# বুদ্ধদেব।




শ্রীমহাদেব শর্ম্মা এম, এল, টি প্রণীত

তেজপুর, আসাম।

৩য়-তাঙ্গবণ

শক—১৪৪৬

বেচ } ।০ অনা মাত্র।

পকা বন্ধা ৮০ বাব অনা

**Selling Agents**
**Chapala Book Stall.**
**SHILLONG.**

# মঙ্গলাচরণম্ ।

শ্রীশ্রীগুরবে নমঃ ।

সর্ব্বমঙ্গলমাঙ্গল্যে শিবে সর্ব্বার্থসাধিকে ।
শরণ্যে ত্র্যম্বকে গৌরি নারায়ণি নমোঽস্তু তে ।

চণ্ডী—হে সর্ব্বমঙ্গলের মঙ্গল স্বরূপে, হে সর্ব্বকর্ম্মনিষ্পন্নকারিণি, হে শরণকারিণি, ত্রিনয়নি, শিবঘরিণি গৌরি, হে নারায়ণি তোমাকে বারে বারে প্রণাম করোঁ।

# নিবেদন।

শ্ৰদ্ধাস্পদ সাহিত্য-সেৱক—

শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা বি, এ ; ৰ

শ্ৰীশ্ৰীচৰণেষু।

পূজা আয়োজন নিস্ফল যদি ভক্তি নেথাকে। তথাপি সংসাৰত দেখা যায় ভক্তি নহলেও ভগবৎ প্ৰদত্ত কাৰণে সৌৰভ থকা ফুল ঈশ্বৰত অৰ্পণ কৰিলে গ্ৰহণ কৰে—দায়দোষ নধৰে। এই নিঃকিন পূজাৰীৰ ।য সমল সি ভগবৎলীলা কাৰণেই হে অৰ্পণ কৰিবলৈ সাহ কৰিছে—তেওঁৰে বস্তু তেওঁতে বেহোৱাৰ দৰে।

ইতি—

বিনীত নিবেদক

গ্ৰন্থকাৰ।

## ২য় তাঙ্গৰনত কৃৱলগীপ্ন কথা।

বুদ্ধদেৱেৰ বিষয়ে আসামাৰ সাহিত্যিক আৰু সকলো সাময়িক কাকতে এক বাক্যে উপযুক্ত শিশুপাঠ্য কিতাপ বুলি স্বীকাৰ কৰাৰ বহুল প্ৰমাণ বাহুল্যক ভয়ে আৰু অনাৱশ্যক ভাবি দিয়া নহল। ১ম তাঙ্গৰণৰ কিতাপ আজি ৪ বছৰ হল শেষ হল। বিশেষ অসুবিধাত তাৰ ২য় তাঙ্গৰণ ইমান দিনে প্ৰকাশ কৰিব নোৱাৰি নিজে দুঃখিত আৰু লজ্জিত হৈছোঁ।

এই তাঙ্গৰণত বিশেষ কোনো সাল-সলনি নকৰি মাত্ৰ ভাষাগত অলপ লৰচৰ কৰি ৰাইজাৰ হাতত দিলোঁ। আশীৰ্ব্বাদেৰে গ্ৰহণ কৰিলেই বিশেষ অনুগৃহীত হম। ইতি

বিনীত

গ্ৰন্থকাৰ

# পাতনি।

বুদ্ধদেৱৰ দৰে মহাপুৰুষৰ জীৱনী ল'ৰাবিলাকৰ পাঠ্য কৰি লিখা অতি দুৰূহ কাম। বুদ্ধদেৱৰ শক্তি ইমান মহান্ আছিল যে তেওঁ প্ৰচলিত ধৰ্ম্মমত সাৰশূন্য বুলি প্ৰমাণ কৰি নিজে স্বাধীন ভাৱে ধৰ্ম্ম জীৱন লাভ কৰি নতুন ধৰ্ম্ম জগতত প্ৰচাৰ কৰি গ'ল। দুৰূহ কাম হলেও হাত সাবটি বহি থাকিলে কেতিয়াও কোন কাম সহজ নহয় ভাবিয়েই মৰিমৰজাহ দি সকলোৰে কালে এবাৰ কৰুণভাৱে চাই যে তাত হাত দিছোঁ সঁচা কথা। ইয়াত যি খুঁত আছে তাক ধৰি দি আমাৰ বন্ধুসকল যে কৃতজ্ঞতা-ভাজন হব তাত সন্দেহ নাই। তললৈ পৰিলে বন্ধু বান্ধৱৰ কাম ওপৰলৈ তুলি আনিবলৈ যত্নহে, তাতে এৰি 'কিয় পৰিলি" বুলি বিকৰ্থনা কৰাটো নহয়।

বিজ্ঞানৰ বলত আজি আমাৰ অৱস্থা আগতকৈ লৰ। এতিয়া নানান আদৰ্শ, নানান ভাব আমাৰ আগত। সেই বিলাকৰ সংঘৰ্ষত পৰি আমি কেতিয়াবা আমাৰ অমূল্য বস্তু এৰিব খোজোঁ। কিয়নো ষেই কি নহওক নতুনে আমাক আকৰ্ষণ নকৰি নেৰে। তাৰপৰা পুৰণিটো বুজিবলৈ সুবিধা হবৰ আৰু প্ৰতীকাৰ এই ধৰনৰ পাঠ্যপুথি। ই ল'ৰা কালৰে পৰা আমাৰ দেশৰ জাতীয় আৰু ধৰ্ম্মভাব মনত সুমাই নিজৰ প্ৰতি মতি দৃঢ় কৰে। আমাৰ ভাষাত এই ধৰণৰ শিশুপাঠ্য পুথি এয়ে প্ৰথম হব হবলা।

আগে আগ ভাল হব পাৰে কিন্তু দোষ যে বহুল থাকিব সিও ধ্ৰুপ। তথাপিও যদি হৃদয়বান্ সকলে বুদ্ধদেৱক আপোন বুলি পুতৌ কৰে আৰু আন আন দেখাক দেখি যে আহিব তাত কি সন্দেহ আছে। পুতৌ পালে শত্ৰু ও মিত্ৰ হৈ যায়।

পাঠক সকলে এটি কথা মনত ৰাখিব যে এক বুদ্ধদেৱৰে তিনটি নাম দি কিতাপত লিখা হৈছে। সিদ্ধাৰ্থ তেওঁৰ সোৱঁৰণীৰ নাম, "গৌতম" মাক বাপেকে আদৰ কৰি মতা নাম আৰু বুদ্ধদেৱ শেহত জ্ঞান লভি পোৱা নাম। ল'ৰাবিলাকে খেলিমেলি কৰি নতুন কোনোবা বুলি ধৰিবৰ আশঙ্কাত হে সোৱঁৰাই দিয়া হৈছে।

কেবাজনো বন্ধুৰ সহায়তহে এই সৰু পুথিখনি লিখিব পাৰিছোঁ। তাৰে ভিতৰত শ্ৰীযুক্ত কমলানন্দ ভট্টাচাৰ্য্য, শ্ৰীযুক্ত যোগেশচন্দ্ৰ তামুলী আৰু শ্ৰীযুক্ত লোহিতচন্দ্ৰ ভূঞা অগ্ৰগণী। সিবিলাকৰ ওচৰত মই চিৰ-কৃতজ্ঞ ৰলোঁ। ইতি

আশীৰ্ব্বাদভিখাৰী—

বিনীত গ্ৰন্থকাৰ।

---

# বুদ্ধদেৱ

## ১। বংশ পৰিচয়

যি বংশত 'বুদ্ধদেৱ'ৰ জন্ম সেই বংশৰ নাম আছিল শাক্যবংশ। শাক্যবংশৰ আদি পুৰুষ জনৰ নাম ওপুৰ। এই বংশটো ৰাম ওপজা ইক্ষ্বাকু বংশৰে এটা শাখা মাথোন। ইক্ষ্বাকু বংশৰপৰা শাক্যবংশৰ ঠালটো কোনেকৈ বাঢ়িল কওঁ শুনা। আগৰ কালত অযোধ্যা নগৰত 'সুজাত' নামে এজন বৰ প্ৰতাপী ৰজা আছিল. তেওঁৰ ল'ৰা পাঁচোটি আৰু ছোৱালী পাঁচ জনী। সুজাত ৰজাৰ বৰজনা ৰাণীৰ জেন্তি নামে এগৰাকী সখীয়েক আছিল। শুৱনী জেন্তিৰ ৰূপত ৰজা ভোল যোৱাত তেওঁৰ ফালৰপৰা এটি ল'ৰা জন্ম হয়। ৰজাই জেন্তিৰ ব্যৱহাৰত সন্তুষ্ট হৈ এদিন ক'লে, "তোমাৰ ওপৰত মই বৰ তুষ্ট হৈছোঁ, তোমাক যি বৰকে লাগে লব পাৰা।" জেন্তিয়ে ভাবিলে, "মোৰ ল'ৰাক ৰজা পাতিবলৈ এই চলেহে চল, নহলে ৰজাৰ সেই পাঁচোটা ল'ৰাহে ৰাজ্যৰ গৰাকী হব। এই সুবিধা এৰিব নোৱাৰোঁ" —ইয়াকে স্থিৰ কৰি ক'লে, "মহাৰাজ, মোক যদি সঁচাকৈয়ে বৰ দিব খুজিছে তেন্তে আপোনাৰ ইকেইটি ল'ৰাক বনবাস দি মোৰটিক ৰজা পাতক।" জেন্তিয়ে খোজা বৰ শুনি ৰজা বিমোৰত পৰিল আৰু মনে মনে তেওঁ বেজাৰ কৰিবলৈ ধৰিলে।

কিন্তু এবাৰ প্ৰতিজ্ঞা কৰি তাক তেওঁ আৰু এবে কেনেকৈ ? কাজেই সেই বৰকে দিবলৈ ৰজা বাধ্য হ'ল আৰু পিতৃ-সত্য পালন কৰি ৰজাৰ ল'ৰা পাঁচোটি সময় মতে বনলৈ যাবলৈ ওলাল। এই কথা ৰাষ্ট্ৰ হলত নগৰত তোল-পাৰ লাগি পৰিল। ৰাজ্যৰ আধা মানুহ ৰজাৰ ওপৰত অসন্তুষ্ট হৈ নগৰ এৰি মৰমতে ল'ৰাকেইটিৰ পিছ ললে। বহুত দেশ ঘূৰি, নানা দেশ চাই; সিবিলাকে হিমালয়ৰ ওচৰত নেপাল দেশৰ ভিতৰত, 'কপিল' নামে এজন বৰ জ্ঞানী ঋষিৰ আশ্ৰমৰ ওচৰত বসতি কৰি নগৰ পাতিলে। ঋষিজন থকা বন-খনৰ নাম আছিল "শকোটবন" ; তাতে ইবিলাকেও বসতি কৰিছিল কাৰণে বংশটোৰ নাম হ'ল শাক্যবংশ।

তেওঁলোকে তাত যিখন নগৰ পাতিলে সেইখন নগৰৰ নাম হ'লে "কপিল-বাস্তু"। কপিল মুনিৰ আজ্ঞা লৈ পতা কাৰণেই নগৰখনিৰ সেই নাম ৰাখিছিল। আজিকালি ইয়াৰ নাম "নগৰখাচ"। ইয়াৰ ওচৰেদিয়েই ৰোহিণী নৈ কুল্ কুল্ কৈ'বৈ গৈছে সেই সময়ত এই নগৰখন বৰ ডাঙৰ হৈ উঠিছিল। ইয়েই তেতিয়া ৰাজধানী আছিল। আৰু সেই কাৰণে তাত ডাঙৰ ডাঙৰ ঘৰ, ধুনীয়া ফুলনি বাৰী, আহল-বহল বাট-পদূলি তত্তালিকে তৈয়াৰ কৰা হৈছিল। ৰমক জমককৈ যিহে নগৰ-খনি, দেখিলে ভোক পিয়াহ হৰে; ক'তো কুটা এডালিও নাই—গোটেই চাফ-চিকণ।

ৰজাই এই নগৰত সুখে দিন নিয়াবলৈ ধৰিলে। সুজাতৰ পিছত আৰু চাৰি জন ৰজাই ৰাজপাট খোৱাৰ অন্তত হে

"শুদ্ধোদন' ৰজা হয়। তেওঁ যেনে আছিল বীৰ তেনে আছিল পণ্ডিত। দেৱতাৰ প্ৰতি তেওঁৰ অচলা ভক্তি, প্ৰজাবিলাকো তেওঁৰ শাসনত বৰ সুখে আছিল। দেশত সকলো বিষয়তে জয়জয় ময়ময়,—নাছিল চোৰ, নাছিল ডকাইত, নাছিল দুৰ্ভিক্ষ' নাছিল মাৰী-মড়ক।

শুদ্ধোদন ৰজাই কোলীয় বংশৰ 'সুভূতি' নামে 'দেবড়হো গাৱঁৰ এজন অধিপতিৰ সাত জনী জীয়াৰীৰ ভিতৰৰ এটাইতকৈ ডাঙৰ মায়াদেবী আৰু জাত সৰু মহাপ্ৰজাপতিক বিয়া কৰায়। ৰজাই এটাইতকৈ ভাল পাইছিল মায়াদেবীক। এই মায়াদেবীৰ গৰ্ভতে বুদ্ধদেৱ উপজিছিল। শাক্যবংশত-ওপজা আৰু তেওঁৱেই সবাতকৈ জ্ঞানে বীৰ্য্যে চৰা আছিল কাৰণে তেওঁক কোনোৱে বুলিছিল "শাক্যমুনি' আৰু কোনোৱে বুলিছিল "শাক্যসিংহ"।



## ২। জন্ম।

মায়াদেবীক বিয়া কৰাই ৰজা শুদ্ধোদন বৰ সুখত আছিল কিয়নো মায়াদেবী আছিল সতী। সতীয়ে স্বামীকে দেৱতা বলি মানে আৰু স্বামীৰ সুখৰ নিমিত্তে সদায় যত্ন কৰে—নিজৰ সুখলৈ অলপো নেভাবে। তাৰ ওপৰত মায়াদেবী দেখিবলৈ স্বৰগৰ দেবীতকৈও চিকুণ আছিল। মায়াদেবীৰ যেনে আছিল ৰূপ তেনে আছিল গুণ। এনে তিৰোতাপাই ৰজানো কিয় সুখী নহব? তাতে আকৌ ৰজাৰ নাছিল কি?—ধন, জন, মান, গৌৰব সকলো উভৈনদী।

ইয়াৰ ভিতৰত কিন্তু ৰজাৰ এটি কথাত হে মনটি আছিল বৰ মৰা! বিয়া কৰাবৰ আজি বাৰ বছৰ হ'ল তথাপি তেওঁৰ ল'ৰা-ছোৱালী হোৱা নাই। ৰজাই ভাবে, "হায়, হায় মোৰ অবিহনে এই ৰাজপাট কোনে খাব। ধনবস্তু দেখোন সকলো অসাৰ্থক হ'ল। মোকেইনো কোনে নৰকৰ পৰা উদ্ধাৰ কৰিব।" এইবোৰ কথা ভাবি ৰজাই মনটো গোমা কৰি বহি থাকে। মায়াদেবীয়ে ৰজাৰ শুকান মুখ-খন দেখি বেজাৰৰ ওপৰত বেজাৰ পায়। ৰাণীয়ে কয়, "আপুনি কিয় বেজাৰ কৰি মনটো মাৰি বহি থাকে?" ৰজাই কয়, "বেজাৰ কৰিবৰ কথা নহয় জানো ৰাণী? ফুলগছ এজুপিও নাই অথচ নাম হল ফুলনি-বাৰী!— ল'ৰাছোৱালী নোহোৱা ঘৰকনো ঘৰ কোনে বোলে?"

ৰজাৰ পেটৰ কথা গম পাই ৰাণীয়ে এদিন ক'লে, "এইদৰে সদায় মন মাৰি বহি থাকিলে একো লাভ নাই। তাতোকৈ ঈশ্বৰৰ আৰাধনা কৰক তেওঁয়েই আমাৰ বাঞ্ছা পূৰ্ণ কৰিব।" ৰাণীৰ কথা শুনি ৰজাই সেই দিনাৰেপৰা তপ কৰিবলৈ ধৰিলে।

এদিন আবেলী ৰাণীয়ে শোৱা ঘৰৰ আগত থকা ফুলনি-বাৰীত সখীয়েকহঁতৰে বহি কথা পাতি থাকোঁতেই তেওঁক টোপনিয়ে ধৰিলে আৰু সেইতেই ঢাল খাই পৰিল। সেই টোপনিতে ৰাণীয়ে এটা সপোন দেখিলে—ৰাণী শুই আছিল, স্বৰগৰ পৰা চাৰিজন দূত আহি শোৱা পাটীয়ে সৈতে ৰাণীক হিমালয় পৰ্ব্বতৰ ওপৰলৈ তুলি নিলে আৰু ডাঙৰ শাল গছ এজোপাৰ তলত থলে—ৰাণী বিছনাৰপৰা উঠি ওচৰৰ সৰোবৰত গা ধুলে আৰু পাটৰ কপোৰ পিন্ধি বহোঁতেই এটা শুকুলা হাতীয়ে শুঁড়ত এটা বগা পদুম লৈ ৰাণীৰ ওচৰ চাপিল। হাতীটোৱে প্ৰথমে বৰ চিঁঞৰ বাখৰ কৰি লাহে লাহে ৰাণীৰ গৰ্ভত সোমাল। এনেতে ৰাণীৰ টোপনি ভাগিল। সাৰ পাই উঠি ততালিকে ৰাণীয়ে সপোনৰ বাতৰি ৰজালৈ পঠালে। ৰজাই সেই কথা শুনি জ্যোতিষ জনা ভাল বামুণ মতাই আনি সকলো কোৱাত তেওঁলোকে গণি পঢ়ি চাই ক'লে,—"মহাৰাজ আপোনাৰ ওপৰত ঈশ্বৰ প্ৰসন্ন হৈছে, আজিৰ পৰা ৰাণী গৰ্ভৱতী হ'ল; স্বপ্নৰ ফলে ৰাণীৰ এটি অতি সুলক্ষণীয়া ল'ৰা হব। সংসাৰত থাকিলে তেওঁ হব ৰাজচক্ৰবৰ্ত্তী, আৰু সংসাৰৰ দুখ কষ্ট দেখি তেওঁ যদি সন্ন্যাসী হয় তেন্তে পৃথিবীৰ পাপ তাপ আঁতৰ কৰিব।" এই

কথা শুনি ৰজাৰ মনত যে কিমান আনন্দ লাগিছিল! যি হওক বুঢ়া কালত তেওঁ ৰজা আৰু ৰাণীৰ মুখত হাঁহি দেখা গ'ল।

চাওঁতে চাওঁতে এমাহ দুমাহকৈ দহমাহত পাৰিল। ৰাণীয়ে এদিন ৰজাক ক'লে, "মহাৰাজ, আমাৰ ঘৰলৈ যাবৰ মোৰ মন গৈছে। মোক পঠিয়াই দিব লাগে।" ৰজাৰ হওঁতে পঠাবৰ মন নাছিল তথাপি গৰ্ভাৱতী ৰাণীৰ আশা পূৰাবই লাগে কাৰণে তেতিয়াই দিন-খেণ চোৱাই লগত বেটী-বান্দী লগুৱা-লিক্‌চৌ দি ৰাণীক বাপেকৰ ঘৰলৈ পাঠিয়াই দিলে।

ৰাণীৰ মনত বৰ আনন্দ যে বহুত দিনৰ মূৰত তেওঁ বাপেকৰ ঘৰলৈ আহিছে। তাতে আকৌ ৰাণীয়ে বননিৰ শোভা চাবলৈ বৰ ভাল পাইছিল। বহুত দিনৰ মূৰত মুকলি পথাৰ মুকলি বতাহ পাই, সুন্দৰ বননি দেখি ৰাণীৰ মন যে নাচি নুঠিব এনে কথা হব পাৰেনে? 'এনেই বুঢ়ী নাচনী তাতে নাতিনীয়েকৰ বিয়া'ৰ দৰে ৰাণীয়ে দেখা পালে "লুম্বিনী বন"। আহা সেই বনৰ শোভা দেখিলে চকুত লাগে চমক আৰু তাত চৰাইৰ মাত কাণত লাগে মিঠা। ৰাণীয়ে ক'লে "সাৰথী, ৰথ ইয়াতে ৰাখা, মই নামি বননিত অলপ ফুৰোঁ।"

সেই বনত ইফাল সিফাল কৰি ইজুপিৰপৰা সিজুপি গছৰ ওচৰলৈ গৈ পাত ফুল ছিঙি ফুৰোঁতে ৰাণীৰ ভাগৰ লাগিল। এজোপা গছৰ তলত বহি জিৰণি লওঁতেই তেওঁ তেওঁৰ গা লৰা যেন গম পালে। গম হে পালে মাথোন চকুৰ নিমিষতে তেওঁৰ এটি ল'ৰা উপজিল!

তেতিয়া আছিল বসন্তকাল আৰু সেই দিনা আছিল পূৰ্ণিম তিথি। চোৱাঁ বাৰু কেনে মিল—ল'ৰাও হল ঠিক যেন পূৰ্ণিমাৰ জোনটি। পূৰ্ণিমাৰ জোনতো যদি চুকে কাণে অলপ মলি থাকে, কিন্তু ল'ৰাত নাই। এবাৰ চালে চাই থাকিবৰহে মন যায়। দেৱতাৰো তেনে ৰূপ নহয়—স্বয়ং কাৰ্ত্তিকেই বা ক'ত পৰি থাকে। গাৰ বৰণকেই নো চাবা কি ?—ঠিক যেন সোৰয়হৰ ফুলটি ?

অ ! উপজিয়েই চোন ল'ৰাই খোজ ললে। এখুজি-দুখুজি কৰি খোজ দিয়ে আৰু খোজে পতি একোটি পদুমফুল ফুলি উঠে—মাটিত ভৰিকে নপৰে। তাৰ পিছত লগালে মাত, "মই জগতত সকলোতকৈ ডাঙৰ হম" যেই এই কথা ক'লে স্বৰগৰ পৰা দেৱতা সকলে মনৰ আনন্দত তেওঁৰ মূৰৰ ওপৰত ফুল বৰষিবলৈ ধৰিলে।

ইপোনে ৰজালৈ খবৰ গ'ল— ৰাণীয়ে ল'ৰা পাইছে। সেই দিনা ৰজাৰ আনন্দ চাই কোনে ! তেতিয়াই ল'ৰাই সৈতে ৰাণীক• বনৰপৰা ৰজাই ঘৰলৈ অনালে। প্ৰথমেই ল'ৰাৰ ৰূপ দেখি তো ৰজা অবাক্। ল'ৰাৰ মঙ্গলৰ কাৰণে ৰজাই ধনৰ ভঁড়াল মুকলি কৰি পাৰেমানে দুখীয়াক দান আৰু বামুণক দক্ষিণা ক।ৰলে। নগৰত সকলোৰে আনন্দৰ সীমা নাই। ল'ৰা চাবলৈ নগৰ উবুৰি খাই ৰজাৰ ঘৰলৈ আহিল। ফুলনিত ফুল ফুলি হাঁহিলে ৰজাৰ ঘৰতো ল'ৰাই হাঁহিলে। ফুলনি বাৰী আৰু ৰজাৰ ঘৰ দুয়ো শুৱনী হ'ল।

সেই নগৰতে “কাল দেবল” নামে এজন ঋষি আছিল। তেওঁ ৰজাক বৰ মৰম কৰিছিল। সেই দিনা ফুৰোঁতে ফুৰোঁতে তেওঁ স্বৰ্গপাই দেখে যে স্বৰ্গৰ দূত বিলাকক পাই কোনে— এটাইখন ৰং-ধেমালিত মতলীয়া। ঋষিয়ে সুধিলে, “স্বৰগত আজি ইমান আনন্দ কিহৰ?” দূতহঁতে উওৰ কৰিলে, “কি? আপুনি নেজানে ৰজা শুদ্ধোদনৰ ল’ৰা হৈছে বুলি? সেই ল’ৰাই পৃথিবীত নতুন ধৰ্ম্ম উলিয়াব আৰু আমাৰ ৰাজ্য বহল কাৰব। সেই কাৰণেহে আমি ইমান “আনন্দ কৰিছোঁ।”

ঋষি স্বৰগৰপৰা ঘূৰি আহি ৰজাৰ ওচৰলৈ গ’ল আৰু স্বৰগত দেখি অহা সকলো কথা তেওঁ ৰজাক ক’লে। ঋষিৰ কথা শুনি ৰজাৰ মন আৰু এদোপ নাচি উঠিল।

ৰজাৰ এই আনন্দত কিন্তু অতি সোনকালে বিষাদ ডাৱৰৰ ছাঁ পৰিল। ল’ৰা হবৰ সাত দিনৰ দিনা আচম্বিতে ৰাণী মূছ-কছ গল্ল! আৰু চাওঁতে চাওঁতে তেওঁৰ জীৱ নাইকিয়া হ’ল। মায়াদেবীৰ দৰে গুণৱন্তী ভাৰ্য্যা হেৰুৱাই ৰজাই কম শোক পালেনে? কিন্তু সেই শোক সোণহেন ল’ৰাৰ মুখলৈ চাই তেওঁ বহুতো পাহৰিলে। মাহীমাক মহাপ্ৰজাপতিয়ে ল’ৰাটি কোলাত তুলি ডাঙৰ-দীঘল কাৰলে।

ৰজাই নিয়মমতে ল’ৰাৰ নামকৰণ আৰু অন্ন-প্ৰাশন কৰিলে। মানুহক যে সেই অৰ্থে অত খুৱাইছিল আমি আৰু কি কম, ইমানতে বুজিবাহঁক মাটিত হাত এখন দি ভালকৈ দোপ এটা নমৰাকৈ কোনোৱেই খোৱা পাতৰ পৰা উঠিব পৰা নাছিল।

নাখাবলৈনো হৈছে কি ? ৰজাৰ ঘৰত হ'ল বস্তু উভৈনদী-যেয়ে যিমান পাৰ খা, যাৰে যিমান মন যায় নে। যি হ'ক ল'ৰাটি পাই ৰজা আৰু ৰাণীৰ মনৰ সকলো কামনা সিদ্ধি হৈছিল কাৰণে নাম ৰাখিলে "সিদ্ধাৰ্থ" কিন্তু মতাত মাতিছিল "গৌতম" বুলি।



## ৩। লৰাকাল।

দিনেক দিনে সিদ্ধাৰ্থ একলা একলাকৈ জোন বঢ়াদি বাঢ়ি আহিবলৈ ধৰিলে। কেচুৱা কালত তেওঁৰ মুখৰ পৰা হাঁহি গুচিছিল। ভয় সংশয় নাই, যাৰে পাই তাৰে কোলাত উঠে আৰু মিচিক কৰে হাঁহে। হাঁহিটোও আকৌ এনেহে যে মনপ্ৰান হৰি নিয়ে! যি এবাৰ কোলাত লয় তেওঁ ঘূৰি 'কেতিয়া লবলৈ পাম', 'কেতিয়া লবলৈ পাম' যেন দেখে। দিনৰদিনটো ইকোলা সিকোলাতে যায়, মাটিত পৰিবলৈকে নেপায়।

যেতিয়া অলপ ডাঙ্গৰ হৈ আহিল দেখা গ'ল সিদ্ধাৰ্থৰ বুদ্ধি বৰ চোকা। পঢ়িবলৈ দিয়া খপ্ খপ্ কৰে ধৰি যায়। কোনেও যেই সেই কথা কৈ সাৰিব নোৱাৰে; তাৰ চুঙা চাই সোপা দিবই। বয়স কম হলেও কিন্তু তেওঁ ধীৰ স্বভাৱৰ আৰু ভাবুক আছিল। তেওঁ অকলে অকলে থাকিবলৈ ভাল পাইছিল। সদায় তেওঁ কিবা কিবি ভাবে; লগৰ লগৰীয়াৰ লগত তেনেকৈ হলি গলি কৰি মিলিব নোৱাৰে। খোৱা শোৱাত সিমান বাপ নাই; ধেমালিও খুব কমকে কৰে। আন আন লৰা ছোৱালীৰ দৰে (যেনে তুমি আৰু আমি?) নতুন কাপোৰ, পুতলা, গাড়ী-ঘোৰা একোকে তেওঁ নিবিচাৰে। একমাত্ৰ বিচাৰে তেওঁ অকলে থাকিবলৈ।

এদিন যে কথা বৰ গহীনেই হৈছিল। সিদ্ধাৰ্থ থাকে সদায় ৰাজপুৰীৰ ভিতৰত—নগৰত। তেওঁৰ মন গ'ল গাওঁ-ভূই চাবৰ।

তেওঁৰ লগৰীয়া কেজনমানক মাতি আনি সেই কথা তেওঁ কলে আৰু সিহঁতক লগত লৈ ফুৰিবলৈ ওলাই গ'ল। বাটত যাওঁতে কেওঁকতো নোহাৱা নির্জ্জন হাবিৰ মাজত মুকলি পথাৰ এখন দেখা পাই লগৰীয়া কেজনক বুধি ছলনাৰে ছলি ভুৱা দি লগ হেৰুৱা দিলে। তাৰ পিছত সেই হাবিৰ মাজত সোমাই মনৰ আনন্দত ঘূৰি ফুৰি ভাগৰ লগাত তেওঁ এজোপা গছৰ তলত বহিল। নানান ভাব তেওঁৰ মনত খেলাবলৈ ধৰিলে। তেওঁ কি কৰিছে, ক'ত আছে তাকে পাহৰিলে—ঠিক ঋষি-মুনিৰ দৰে ধ্যানত বহি আছে। ইপিনে ঘূৰি অহা লগৰীয়াৰ মুখে সিদ্ধার্থ কলৈ গ'ল কব নোৱাৰে বুলি শুনি নগৰত হুলস্থূল লাগি পৰিছে। ইয়াকে জানে সিদ্ধার্থ নাই! ৰজা-ৰাণীৰ মূৰত আকাশী স্বৰগ ভাগি পৰিল। সিদ্ধার্থক বিচাৰি ততালিকে চাৰিওফালে মানুহ পঠালে। তাৰে ভিতৰৰ এজনে সিদ্ধার্থ সেইদৰে হাবিৰ মাজত বহি থকা পালেগৈ। তেওঁ একো মাত-বোল নকৰি ঘূৰি আহিল আৰু ৰজাক সকলো কথা কৈ লগতে লৈ গৈ দেখুৱালে সিদ্ধার্থ ক'ত বহি আছে আৰু কি কৰিছে। মানুহৰ হাই-উৰুমি শুনি সিদ্ধার্থ যেন শোৱাৰ পৰা চক্‌মক্ খাই উঠাদি উঠিল। ঋষি মুনিৰ ভগাদি তেওঁৰো ধ্যান ভাগিল। চকু মেলি চাই দেখে আগতে ৰজা! তেওঁ একো গমকে ধৰিব নোৱাৰিলে কিমান পৰনো তেওঁ তাত বহি আছিল, কি কৰিছিল। লাজতে তলমূৰ কৰা দেখি ৰজাই সুধিলে, "কি হৈছিল তোৰ গৌতম? তইনো কিয় এনেকৈ

সদায় ভাবি চিন্তি থাক ? তোৰ কিহবাত দুখ-কষ্ট হৈছেনে ?” সিদ্ধাৰ্থই উত্তৰ কৰিলে, “একো হোৱা নাই মোৰ, দেউতা ।”

ৰাণী মহাপ্ৰজাৱতীয়ে হেৰোৱা-ৰতন ঘূৰি পাই সুধিলে “অ’ মোৰ সোণাই, তইনো কিয় তেনেখন কৰিছিলি। আমাৰ একেটি পো তই। আমাৰনো আৰু আগলৈ পাছলৈ কোনোবা আছেনে, তোৰ বাহিৰে ? তইনো সদায় সেই দৰে কিয় থাক ? কচোন তোৰ কি হৈছে সোণ !” ৰাণীৰ মুখলৈ চাই উত্তৰ কৰিলে, “নহয় আই, মোৰ একো হোৱা নাই ।”

ৰজা আৰু ৰাণীয়ে কিন্তু দেখিলে যে, সিদ্ধাৰ্থৰ এই দস্তুৰ ভাল নহয়। এনেকৈ হলে সোনকালে ঘৰ-বাৰী এৰি গুচি যাব উদাসীন হৈ। গৌতমৰ মতিগতি ঘূৰাই দিবলৈ ৰাণীয়ে কত কি পূজা-সেৱালৈ আগ কৰিলে; ঈশ্বৰক কত স্তুতি-তৰ্পণ কৰিলে’.— “হে প্ৰভু, হে দয়াময়, মোৰ সোণাইৰ মনটো ভাল কৰি দিয়া, সি সদায় কিবাকিবি ভাবি থাকে” কিন্তু একোতে একো নহল। সিদ্ধাৰ্থই চল পালেই বহি ভাবে।

সিদ্ধাৰ্থৰ মন ঘূৰাবলৈ ৰজাই সদায় নতুন নতুন বস্তু জোগাবলৈ ধৰিলে। নতুন নতুন ধেমালি কৰা সমল লগৰীয়া, নতুন গাড়ী-ঘোৰা কিনি দিলে। সেইবোৰলৈ তেওঁৰ সমূলি ধাউতি নাই. ধাউতি অকল,—অকলে ভাবিবলৈ।

ৰজা ৰাণীয়ে ইমান যত্ন কৰিও একো কৰিব নোৱাৰিলে। তেওঁবিলাকেও ভাবিবলৈ ধৰিলে, “কি কৰা যাব এতিয়া ? আৰু প্ৰজা সকলেও ভাবে আহা সোণৰ পুতলি যুবৰাজৰ হব কি ?”

—•(*o•—

## ৪। ডেকাকাল আৰু বিয়া।

বছৰটো নো কি বস্তু। চাওঁতে চাওঁতে এবছৰ দুবছৰ কৈ আগবাঢ়ি সিদ্ধাৰ্থই ডেকা কালত ভৰি দিলেহি। কি কৰিব কি নকৰিব কৰি ৰজা ৰাণীয়ে ভাবি থাকোঁতেই সিদ্ধাৰ্থৰ বয়স ১৮ বছৰ উকলি ১৯ বছৰত পৰিল। তেওঁৰ এই ভৰ ডেকা বয়সত তেজে মুখ ফুটি যাওঁ ফুটি যাওঁ হৈছিল। ৰজাই এদিন ভাবিলে, "গৌতমৰ বয়স হ'লহি. এতিয়া বিয়া কৰাই দিলে তাৰ মনৰ ভাব সলনি হব পাৰে।" ইয়াকে ভাবি প্ৰধান মন্ত্ৰীক মতাই আনি ৰজাই ক'লে, "মন্ত্ৰি—গৌতমক সুধি আঁহাছোন সি এতিয়া বিয়া কৰাবৰ মন কৰে নে নকৰে?"

সিদ্ধাৰ্থৰ ওচৰলৈ গই মন্ত্ৰীয়ে সুধিলে, "যুবৰাজ, আপোনাৰ এতিয়া বিয়া কৰাবৰ বয়স হ'লহি, ৰজাই সেই বিষয়ে আপোনাৰ মতামত সুধি পঠাইছে।" সিদ্ধাৰ্থই ক'লে, "মন্ত্ৰী. ৰজাক মোৰ প্ৰণাম জনাই কবাগৈ যে তেওঁ সাত দিনৰ মূৰত এই কথাৰ উত্তৰ দিব।"

এই কেদিনৰ ভিতৰত সিদ্ধাৰ্থই ভাবিলে, বিয়া নকৰালে ৰজা আৰু ৰাণী দুয়ো মৰণান্তিক বেজাৰ পাব। পিতৃ-মাতৃৰ মনত দুখ দি মইনো কি সুখত থাকিম। বাৰাগী হৈ তেওঁ-

বিলাকক কন্দুৱাতকৈ বিয়া কৰাই নিয়মমতে থাকি সংসাৰ চলোৱাই ভাল।

সাত দিনৰ পিছত মন্ত্ৰী আহিল, আৰু তেঁওঁ কই পঠিয়ালে, "মন্ত্ৰী, মই মনৰ জোখাই কন্যা পালে বিয়া কৰাম। যেই জাতৰেই নহওক, দেখিবলৈকো যেনোকুৱাই নহওক তাত কোনো কথা নাই। কন্যাৰ কিন্তু বিশেষকৈ এই কেটা গুণ থাকিব লাগিব—ধৰ্ম্মত মতি, পৰক আপোন যেন সেবা শুশ্ৰূষা কৰিব পৰা শক্তি, সদাই সঁচাকোৱা স্বভাব, পিতৃ-মাতৃৰ প্ৰতি ভক্তিমতী,সৰল প্ৰকৃতি, আৰু কাকো খোচামতি নকৰা হব লাগিব।"

মন্ত্ৰীৰ মুখে সিদ্ধাৰ্থৰ মনৰ ভাব বুজিব পাৰি ৰজা সুখী হ'ল। কন্যা বিচাৰি চাৰিওফালে ৰজাই মানুহ পঠিয়ালে। অলপ দিনৰ ভিতৰতে কেবা ফালৰ পৰাও সম্বাদ আহিল। ৰজাই কাক ধৰিব কাক এৰিব একো ঠিক কৰিব নোৱাৰি মন্ত্ৰীক ক'লে। মন্ত্ৰীয়ে বুদ্ধি দিলে, "তাকেতো, যুবৰাজেও বা আমি বচা ছোৱালী বিয়া কৰাই কি নকৰায়। হেন জানি মহাৰাজ এটা কাম কৰক। আপুনি আজি নগৰত শুনাই দিয়াওক যে আজিৰ পৰা সাত দিনৰ দিনা যুৱৰাজে অশোক ভাণ্ড * বিলাব। তালৈ ৰাজ্যৰ সকলো কুমাৰী আহিব লাগে। বুজিছেনে মহাৰাজ সেই ধনৰত্ন বিলাওঁতেই ধৰা পৰিব নহয় যুৱৰাজেনো কাক মনোনীত কৰে। আমি সেই মতেই তেওঁক বিয়া দিম"।

---

* অশোক ভাণ্ড—তেতিয়াৰ দিনত চলন্তি হোৱা এবিধ পাত্ৰ।

মন্ত্ৰীৰ কথা মতে ৰজাই তেতিয়াই ঢোল পিটি নগৰত সেই কথা শুনাই দিয়ালে আৰু নিজে চিঠি লিখি ডাঙৰ মানুহৰ ঘৰৰ কুমাৰী সকলক সেই দিনা আহিব লাগে বুলি মাতিলে

সাত দিনৰ দিনা ৰজাই ক'লে, "গৌতম, আজি অশোক-ভাণ্ড বিলাবৰ দিন তুমি ৰত্ন সিংহাসনত বহি যিমান কুমাৰী আহিব সকলোকে সোণ ভৰাই অশোক-ভাণ্ড বিলাবা। ৰজাৰ কথামতে পুৱাতে সিদ্ধাৰ্থ ৰত্ন-সিংহাসনত বহিল গৈ। লাহে লাহে এগৰাকী দুগৰাকীকৈ কুমাৰী সকল আহিবলৈ ধৰিলে। যি সকল কুমাৰী আহিছিল সিবিলাকৰ ৰেহৰূপত নগৰখন জকমকাই পৰিছিল। তাকে চাবলৈ নগৰত খুব মানুহ, খুব আনন্দ!

ডাঙৰৰ ঘৰৰ কুমাৰীসকলে লগত লিগিৰী লৈ আহিবলৈ ধৰিলে। লিগিৰীহঁতে প্ৰত্যেক কুমাৰীক চিনাই দিয়ে; লগে লগে প্ৰত্যেকৰ গুণ বৰ্ণাই যায় আৰু যুবৰাজে সোণ ভৰাই অশোক-ভাণ্ড দি বিদায় দিয়ে। এইদৰে ৰাতি পুৱাৰ পৰা গধূলিলৈকে অশোক-ভাণ্ড দান দি শেষ হওঁতে দণ্ডপাণি শাক্যৰ জীয়েক "গোপা" আহি উপস্থিত! গোপাক দেখিয়েই সিদ্ধাৰ্থই চিনিলে যে এওঁয়েই হে তেওঁৰ তিৰোতা হবৰ উপযুক্তা। মুখেৰে ফুটাই নকৈ বুদ্ধিৰে চল কৰিবৰ মনেৰে সিদ্ধাৰ্থই ক'লে, "তুমি ইমান পলম কৰি আহিলা, অশোক-ভাণ্ড শেষ হৈ গ'ল। তোমাক নো এতিয়া কি দিম; হোৱা মোৰ এই আঙঠি-টোকে নিয়া। গোপাই হাত পাতি আঙঠিটো ধৰিলে আৰু

সিদ্ধাৰ্থ মুখৰ ফালে চাই ৰাজকুৱঁৰী-ভাৱে তলমূৰ কৰি লাহে লাহে গুচি গ'ল।

সিদ্ধাৰ্থৰ পেট লৰলৈ লুকাই থকা মানুহ কেজনে বুজিলে দণ্ডপাণি শাক্যৰ জীয়েক গোপাক বিয়া কৰাবৰ মন কৰি যুবৰাজে পাকে প্ৰকাৰে আঙ্গঠি পিন্ধাই পঠাইছে। এই বাৰ্তাৰ ৰজাক দিয়া হ'ল, ৰজাই মনৰ আনন্দেৰে দণ্ডপাণিৰ ওচৰলৈ মানুহ পঠাই বিয়াৰ সকলো ঠিকঠাক্ কৰিলে। আৰু সিদ্ধাৰ্থৰ ১৯ বছৰ বয়সত গোপাৰে সৈতে বিয়া হ'ল। ৰজাৰ একেটি পো, বিয়াত যে কি মহোৎসৱ হৈছিল কি কম, সাত দিনলৈ মানুহৰ গাত ভু নাছিল. দিন নে ৰাতি!



## ৫। বৰাগী ভাব।

বিয়াৰ পিছত সিদ্ধাৰ্থই আগৰ দৰে অকলে বহি ভাবিবলৈ সুবিধা নেপাইছিল। গোপা গাৰ ছঁয়াৰ দৰে সদায় লগে লগে ফুৰিছিল, আৰু গোপাই যেনেদৰেহে আদৰ যত্ন কৰিছিল তাক তুমি আমি ভাবিবই নোৱাৰোঁ। দুয়োৰে ভিতৰত খুব মিলজোল—যেন একেটি থুপিতে ফুলা দুটি ফুলহে —সিদ্ধাৰ্থৰ কাজেই সুখ ৰই-বই যোৱা, তাতে আকৌ ৰজাই নগৰৰ ভিতৰত ফুৰিবলৈ ফুলনি আৰু থাকিবলৈ ডাঙৰ ধুনীয়া ঘৰ কৰি দিছিল। ৰং-ধেমালি কৰিবলৈ তেওঁবিলাক নগৰৰ বাহিৰ ওলাই যাব নেলাগিছিল। মন কৰিলেও বা যাব কেনেকৈ গোপাই লগ এৰিলেহে হৈছে! তাতে যেতিয়াই তেতিয়াই বাহিৰলৈ যাবলৈ ৰজাৰো আদেশ নাই।

এদিন আবেলি মনৰ ৰঙ্গেৰে গৌতমে গোপাৰে সৈতে ফুলনি বাৰীত ফুৰি থাকোঁতেই স্বৰগৰপৰা দেৱকন্যা দুজনী আহি এনে মিঠা মাতেৰে গীত গাবলৈ ধৰিলে যে শুনিলে ভোক পিয়াহ হৰি যায়।

(গীত)—

সুখ সুখ কাৰ উটিছোঁ বুৰিছোঁ,
সিবা ক'ত আছে, ক'তনো ঘূৰিছোঁ।
মায়াৰ পাশত বন্দী হই কিয়
মিছাকৈয়ে কান্দি মৰিছোঁ।

গীত শুনি সিদ্ধাৰ্থ দেৱকন্যা দুজনীৰ ওচৰলৈ আহি সুধিলে. "তোমালোক কোন, ক'ৰপৰা আহিছা? দেৱকন্যাই গীতেৰে আকৌ উত্তৰ কৰিলে—

নেজানো কোন আহিছোঁ কলৈ,
কিয়বা আহিছোঁ কোনে যায় লৈ।

সিদ্ধাৰ্থ আগৰে পৰা ভাবুক আছিল। এই কথা শুনি তেওঁ ভাবিবলৈ ধৰিলে,"সঁচাকৈয়েটো মইনো কোন? কলৈ আহিছোঁ? সুখ বিচাৰি কৰিছোঁ কি?"—এনেবোৰ ভাব আহি তেওঁৰ মন তোলপাৰ লগালে। গোপাই কত যত্ন কৰিও সেই-দিনা ভাৰ কমাব নোৱাৰিলে। সিদ্ধাৰ্থই যেন দেখিবলৈ পালে তেওঁৰ আগত বৰ ডাঙৰ কাম পৰি আছে, আৰু তেওঁ অৱহেলে সুখত ভোল গৈ দিন নিয়াইছে। তেওঁৰ মনত অশান্তি বাঢ়িল আৰু গোপাক ক'লে, "গোপা মই সংসাৰৰ নিমিত্তে ডাঙৰ কাম কৰিবলৈ ধৰিলে তুমি বেয়া পাবানে?" গোপাই ক'লে "আপোনাৰ যি কৰিলে সুখ হয় তাকে কৰক। তাতে মই বাধা নিদওঁ।"

সিদ্ধাৰ্থৰ কিন্তু সৰু কালৰে পৰা মনটো বৰ কোমল আছিল। আনৰ দুখ তেওঁ দেখিবই নোৱাৰে। কেতিয়াবা অকস্মাতে দেখিলেও কান্দি পেলায়। ৰজাৰ ল'ৰা, কেতিয়াবা পছু চিকাৰ কৰিবলৈ গৈ মুকলি মনেৰে আঁজলী হৰিণাবিলাকে ঘাঁহ খাই থকা দেখিলে কোনোমতে তেওঁ শৰ মাৰিব নোৱাৰে। নিজে উঠিযোৱা ঘোৰাটোও যদি ঘামি যোৱা যেন দেখে দুখ পাইছে

বুলি তেতিয়াই তাৰপৰা নামে। কোনো দুখীয়াই কিবা বিচাৰিলে বিমুখ নকৰে।

এনে কোমল মনৰ লৰাই দেউতাকক নোকোৱাকৈ একো কামকে নকৰে। ভাবে কিজানিবা দেউতাকে বেজাৰ পায়। এদিন সিদ্ধাৰ্থই নগৰৰ বাহিৰলৈ যাবলৈ দেউতাকৰ আদেশ বিচাৰিলে। মন নাছিল যদিও দেউতাক মান্তি হ'ল। ৰজাৰ মনত কিন্তু খুকুৰী লাগিল কিয় গৌতমে অতদিনৰ পিছত বাহিৰলৈ ওলাবৰ মন কৰিছে। দশ-দেৱতাক সাক্ষী কৰি পিছদিনা বুঢ়া সাৰথি ছন্দকক লগত দি ৰথৰে সৈতে গৌতমক নগৰৰ বাহিৰত ফুৰিবলৈ পঠিয়াই দিলে। তাহানি জ্যোতিষ চাই কোৱা কথা ৰজাৰ মনত পাৰিল আৰু তেওঁ কি কৰিব একো ঠিক কৰিব নোৱাৰিলে।

ছন্দকে সিদ্ধাৰ্থক ৰথত তুলি পূব দুৱাৰেদি নগৰৰ বাহিৰত ফুৰিবলৈ লৈ গ'ল। বহুদূৰ গৈ দেখিলে যে বাটৰ দাঁতিতে লাঠি এডালত ভৰ দি মানুহৰ দৰে কিবা এটা থিয় হৈ আছে। সিদ্ধাৰ্থই সাৰথিক মাতি সুধিলে, "ছন্দক সৌটো কি? এনেকুৱা প্ৰাণী মই আগেয়ে ক'তো দেখা নাই।" ছন্দকে উত্তৰ কৰিলে, "সেইটো এটা-তিনি মূৰীয়া বুঢ়া মানুহ।" সিদ্ধাৰ্থই আচৰিত হৈ সুধিলে, 'বুঢ়া কাক বোলো সাৰথি'?" সাৰথিয়ে ক'লে,—"মানুহৰ বয়স ভাতি দিলেই বুঢ়া হয়। তেতিয়া দাঁত সৰে, চুলি পকে, কঁকাল পৰে, চকুৱে নেদেখা, কাণেৰে-নুশুনা হয়, ভোক পিয়াহ কমে আৰু গাতো বল শক্তি

নেথাকে। সেই যে বুঢ়াটি দেখিছা তেওঁৰো এদিন ঠিক তোমাৰে দৰে দেখিবলৈ ধুনীয়া আছিল, তোমাৰে দৰে গাত বল শক্তি আছিল। জীয়াই থাকিলে তুমিও এসময়ত তেনে হবা।"

সিদ্ধাৰ্থই সুধিলে, "সকলো মানুহ বুঢ়া হয়নে?" সাৰথিয়ে সমিধান দিলে, "যুৱৰাজ জীয়াই থাকিলে বুঢ়া নহৈ কাৰো ৰক্ষা নাই।" এই কথাত সিদ্ধাৰ্থৰ মনলৈ বহুত ভাব আহিবলৈ ধৰিলে। তেওঁ ফুটাই কলে, "আমি কি মূৰ্খ, ডেকা তেজৰ বলত একো নগণি মকমকাই ফুৰোঁ—নেভাবোঁ এদিন বুঢ়া হব লাগিব।" সাৰথিক ৰথ ঘূৰাবলৈ হুকুম কৰিলে। তেওঁ তেতিয়াই ৰথ ওলোটাই নগৰলৈ ঘুৰি আহিল। ভাবোঁতে চিন্তোতেই ৰাতি পুৱাল। সেই নিশা তেওঁ চকু টিপ্ মাৰিবলৈকে নহল।

ইয়াৰ কেদিনমানৰ পিছত আকৌ সাৰথিৰে সৈতে নগৰৰ দক্ষিণ ফালে সিদ্ধাৰ্থ ফুৰিবলৈ ওলাল। অলপ বাট নৌ যাওঁতেই দেখিলে যে বাটৰ ওচৰতে মানুহ এটাই হক্ হক্ কৰে বতিয়াইছে, কষ্টত ধৰ্-ফৰ্ ধাৰ্-ফাৰ্ আৰু উঃ আঃ কৰি পৰি আছে! তাৰ গাত তেজ মঙহ নাই, ৰবণ কলা হৈ পৰিছে, বল শক্তি হীন— উঠিব বহিব নোৱৰা হৈছে, বাটেদি যোৱা মানুহৰপৰা যি পাইছে তাকে খাইছে। সিদ্ধাৰ্থই সুধিলে, "এইটো আকৌ কি সাৰথি? মানুহটোৱে এনেখন কৰিছে কিয়?" সাৰথিয়ে উত্তৰ কৰিলে, "যুৱৰাজ, সেই মানুহটোৰ কিবা নৰীয়া হৈছে, সেই কাৰণে সি

ছট্ফট্ ধৰ্ ফৰ্ কৰিছে। প্ৰাণী মাত্ৰৰেই এইদৰে মাজে মাজে বেমাৰ আজাৰ হয়। তোমাৰ মোৰো সময়ত বেমাৰ হব পাৰে। বেমাৰ হলে এই সুন্দৰ ৰূপ আৰু নেথাকে"। সিদ্ধাৰ্থৰ আৰু ফুৰিবৰ মন নগল; তেওঁ তেতিয়াই ঘূৰি আহিল। গুণনি ভাবনিত সেই নিশাও আগৰ দৰে তেওঁৰ টোপনি নাহিল— ভাবৰ কোব আগতকৈ চৰিল।

আৰু এদিন নগৰৰ পশ্চিম ফালে ৰথ লৈ সিদ্ধাৰ্থ ফুৰিবলৈ গ'ল। বাটৰ তুয়োকাষে সুন্দৰ সুন্দৰ গছ আৰু পাতৰে ভৰা। সেই গছ লতাত সুন্দৰ ফুল, আৰু সুৱদী গোন্ধ। গছত পাৰ চৰাইয়ে আৰাও কৰিছে। এইবোৰ চাই চিন্তি গৈ এখন গাৱঁৰ ওচৰ পাই তেওঁলোকে দেখে দেখোন যে খাট এখনৰ ওপৰত তুলি কিবা এটা কাপোৰৰে ঢাকি মানুহ চাৰিজনে কান্ধতকৈ লৈ গৈছে আৰু তেওঁলোকৰ পিছে পিছে কিছুমান মানুহ কান্দি কান্দি কোঢ়াল লগাই আহিছে। "ই কি সাৰথি, সেই মানুহ-বিলাকে ইমান কান্দি কোঢ়াল লগাইছে কিয়? সেই খাট খনৰ ওপৰত ঢাকি লৈ অহা সেইটোৱেই বা কি" বুলি সিদ্ধাৰ্থই সুধিলে। সাৰথিয়ে ক'লে, "যুবৰাজ সেইটো মৰা মানুহ, চাও-কচোন, তাৰ গাটো ঠৰঙা হৈ লোহা যেন টান হৈ পৰিছে। মুখ বিকটাই আৰু চকু টেলেকাকৈ মুকালি চিৎ হৈ আছে। মুখৰ ওচৰত মাখিয়ে ভেন্ ভেন্ কৰি ঘূৰি ফুৰিছে। ইয়াকে বোলে মৰা মানুহ যুবৰাজ, তুমি ইয়াৰ কি বুজিবা? তুমি ৰজাৰ ল'ৰা; তুমি তুখ, ৰোগ, মৃত্যুৰ খবৰ প্যৰা ক'ৰ-পৰা। তুমি

সদায় নগৰৰ ভিতৰত প্ৰমোদ কাননত থাকা—ৰজা-ৰাণীৰ চকুৰ মণি, আঁচলৰ ধন, তোমাক এই বিলাকৰ খবৰ দিব কিয় ? সেই মানুহটোৰ শৰীৰত প্ৰাণ নাই। তাৰ জীৱনৰ আশা ভৰসা সকলো শেষ হৈ গ'ল। তাকে হেৰুৱায়েই বাপেক-মাক, ভাই-ভণীয়েক, মিটিৰ-কুটুম যি আছিল শোকত কান্দি কান্দি পিছে পিছে মৰিশালিলৈকে খেদি গইছে।"

"হায় হায় সি আৰু আজি কাৰো লগত কথা কব নোৱাৰে। যাক এদিন কত ভক্তি কৰি সেৱা সংকাৰ কৰিছিল আজি সিবিলাক পিছে পিছে কান্দি খেদি অহতো সি ঘূৰি মাত দিব পৰা নাই। তাৰ এতিয়া আৰু কোনো শক্তি নাই—এতিয়া সি মৰা এতিয়াই তাৰ সুন্দৰ শৰীৰ পুৰি ছাই কৰি পেলাব। যুবৰাজ চকুখাই উঠিব নেলাগে। উপজিলে এদিন মৰিব লাগিবই। তুমি, তেওঁ, মই, সকলোৰে মৰণ ধ্ৰুপ।" এই কথা শুনি আগৰ দুদিনতকৈও সিদ্ধাৰ্থৰ মনত এইবাৰ চিন্তা বেছি কৰি সোমাল। তেওঁ ভাবিলে "জগতত একো স্থায়ী নহয়! এই শৰীৰ, এই ডেকা বয়স, এই প্ৰাণ সকলোৱেই কি শেষ হব ? ব্যাধি, জৰাবস্থা, মৃত্যু এই বিলাক ভোগ কৰিবলৈকে মানুহ উপজিছেনে ? জীৱন কি দুখেৰেই ভৰা ? সুখ কোনো মতে পাব নোৱাৰিনে ? মৃত্যুৰ হাত এৰাবাৰ উপায় নাইনে ? উঃ কি ভয়ানক, যেনি চকু দিওঁ তেনি মৰা, তেনি দুখ, তেনি কান্দোন, হিংসা, খিয়াল কৰি সকলো জৰ্জ্জৰত। ক'তো আনন্দ নাই, চেষ্টা কৰিলে এইবিলাকৰ হাত সাৰিবৰ উপায়

উলিয়াব নোৱাৰিনে ?” ইত্যাদি নানা কথা ভাবি সিদ্ধাৰ্থৰ মন বৰ উকুঙ্গা উকুঙ্গা হৈ পৰিল। গোপাই মন ভাল লগাবলৈ কত যত্ন কৰিলে, ৰজা ৰাণীয়ে কত উপায় উলিয়ালে। একাতে একো ন'হল। সিদ্ধাৰ্থ ভাব-সাগৰত তল গ'ল।

আৰু কেদিনমানৰ পিছত সিদ্ধাৰ্থ নগৰৰ উত্তৰ ফালে ফুৰিবলৈ ওলাই গ'ল। আহা, তেওঁৰ যেনে চিকুণ মুখখনি, তেনে নিপোটল শৰাৰটি যেনি যায় গোটেইখন পোহৰ কৰি যায়। সেইদিনা তেওঁ আপোন মনে গৈ আছে এনেতে আঁতৰতে এজন নতুন ৰকমৰ মানুহ দেখা পালে। তেওঁৰ গাত গেৰুয়া কাপোৰ, হাতত কমণ্ডলু, মূৰ খুৰোৱা। লাহে লাহে তেওঁলোকৰ গাৰ ফাললৈকে অহা যেন দেখা গৈছিল। সিদ্ধাৰ্থই তাকে সাৰথিক সুধিলে,—“সেইজন কোন আহিছেহে এই ফালে ?”

সাৰথিয়ে উত্তৰ কৰিলে, “যুবৰাজ তেওঁ এজন সন্ন্যাসী। তেওঁৰ ঘৰ-বাৰী, ধন-বস্তু একো নাই। সকলো পৰিত্যাগ কৰিছে। আন কি, তেওঁ বাপেক-মাক, বন্ধু-বান্ধৱকো এৰি নিজৰ আৰু লগে লগে আনৰো মুক্তি কেনেকৈ হব চিন্তা কৰে। তেওঁ কাৰো অনিষ্ট নকৰে; সকলোৰে মঙ্গল কামনা কৰি ফুৰাই তেওঁৰ কাম।”

ছন্দকৰ কথা সিদ্ধাৰ্থই আনন্দতে জাপ মাৰি উঠি ক'লে, —“ইমান দিনে বুজিলোঁ। এই সন্ন্যাসীৰ দৰে হব পাৰিলেই সংসাৰত যথাৰ্থ সুখী হব পাৰি। ৰাজ্য ভোগ কৰিলে শান্তি

নেপায়। ল'ৰা তিৰোতা লৈ সংসাৰ কৰিয়েই বা কোন সুখী হৈছে ? সদায় এটা নহয় এটা জঞ্জাল লাগিয়েই আছে। মই এই সন্ন্যাসীৰ দৰে হৈ জগতৰ পাপ-তাপ, দুখ-শোক আঁতৰ কৰিবলৈ যত্ন কৰিম। জৰা-ব্যাধি, মৃত্যুৰপৰা হাত সাৰিবৰ উপায় যেনে তেনে উলিয়ামেই উলিয়াম।" এইদৰে প্ৰতিজ্ঞা কৰি তেওঁ সন্ন্যাসীৰ পৰিচয় সুধি ললে আৰু নগৰলৈ ঘূৰি আহিল।

ইতিমধ্যে কিন্তু আমি এটি কথা কৈ অহা নাই। সিদ্ধাৰ্থই বিয়া কৰাবৰ আজি প্ৰায় দহবছৰ হ'ল। গোপাৰো এটি ল'ৰা উপজিবৰ হল আজি ছদিন। ৰজাই ভাবিলে, ভালেই হৈছে ল'ৰাৰ মুখ দেখি হয়তো গৌতমৰ মনৰ ভাব অলপ লৰচৰ হব। গৌতমে ৰাজপাটত উঠি বংশ ৰাখিব। সিদ্ধাৰ্থই কিন্তু ভাবিলে সংসাৰৰ বান্ধোন ক্ৰমে আঁট হে খাইছে। ইয়াক সোনকালে নেকাটিলে ভবিষ্যতলৈ বেয়া হবলৈ আছে।

এই কথা ভাবি এদিন সিদ্ধাৰ্থ ৰজাৰ ওচৰলৈ গৈ ক'লে, "দেউতা—পৃথিবীত চিৰকাল একো নেথাকে—ধন-জন নষ্ট হব, আমিও মৰি যাম। এতেকে যি কেইদিন জীয়াই থাকোঁ সেই কেটা দিন চকু জিপি বহি নেথাকি উন্নতিৰ নিমিত্তে চেষ্টা কৰাই উচিত। কি কৰিলেনো মানুহে জনম মৰণৰ হাত সাৰিব পাৰিব তাকে চিন্তা কৰিবলৈ আৰু দুখ শোকৰ হাত সাৰিবৰ উপায় উলিয়াবলৈ মই সন্ন্যাসী হবৰ মন কৰিছোঁ। আপুনি এনে সজ কামলৈ মোক আশীৰ্ব্বাদ কৰি বিদায় দিয়ক।"

সিদ্ধাৰ্থৰ কথা ৰজাৰ হিয়াত শেল সোমোৱাদি সোমাল,

আজি বাদে কালিলৈ যি বজা হব তেওঁৰ মুখত এনে কথা কিয় ? হায় ! হায় ! সিদ্ধাৰ্থ যে ৰজাৰ হাতত কণাৰ লাখুটি। সিদ্ধাৰ্থ নহলে যে ৰজাৰ মানত পৃথিৱী শূন্য। তাক ইমান মৰম কৰে তেওঁ ৰজাক এৰি যাবনে ? বেজাৰ মনে ৰজাই কবলৈ ধৰিলে,—"গৌতম ! তোমাৰ সংসাৰ এৰিবৰ কি দৰ্কাৰ ? তোমাৰতো কোনো বিষয়ত দুখ হোৱা নাই ? কিয় তুমি সন্ন্যাসী হৈ বনলৈ যাবা ? ইমান সুখত উঠি বনত কেনেকৈ দুখ ভোগ কৰিবা গৈ ? তোমাক পাই মই হাততে স্বৰগখন ঢুকি পাইছিলোঁ, তুমি এৰি গলে মই কেনেকৈ জীয়াই থাকিম ?" সিদ্ধাৰ্থই মাত লগালে, "দেউতা। আপুনি যদি মোক ব্যাধি আৰু মৃত্যুৰপৰা হাত সকৰাই দিব পাৰে তেন্তে মই বনলৈ নেযাওঁ।" ৰজাই সেই কথা শুনি ক'লে, "গৌতম ! তুমি কিয় এনে নাভূত্ নাশ্রুত্ কথা কোঁৱা। পুৱা বেলি ওলালে তাক ঢাকি ধৰি দিনক ৰাতি কৰিব পাৰিনে ? ৰবযুণ আনিলে জাপি দাঙ্গি ধৰি ৰবযুণ নাইকিয়া কাৰব পাৰিনে ? আগৰ কালৰে পৰা কত জনে সন্ন্যাসী হৈ তপস্যা কাৰ গ'ল ক'তা সিবিলা-কেতো মৃত্যু নোহোৱা কৰিব নোৱাৰিলে। মোৰ সোণাই ! তোমাৰ এইবোৰ কি মনৰ ভাব—যেইকি নহওক মোক তুমি এাৰ নেযাবা।" সিদ্ধাৰ্থই ক'লে, "দেউতা ! যেতিয়াই মই সংসাৰৰ ফালে চাওঁ, দেখোঁ চাৰিওফালে দুখ আৰু শোক। কাৰো ক'তো সুখ নাই। ক'তো একো ঠিৰৰেও থকা নাই। সকলো আহিব যাব লাগিছে। ইয়াৰ ভিতৰত স্থায়ী বস্তু

নাইনে ? আছেনে নাই তাকে বিচাৰি মই ওলাইছোঁ, আপুনি বাধা নিদিব। মোক বিদায় দিয়ক।"

ৰজাই দেখিলে সিদ্ধাৰ্থ যাবই। কাজেই কান্দি কান্দি ক'লে, "গৌতম। নিতান্ত গলে আৰু মই কি কৰিম, বাবা।" কান্দিলে সকলোতকৈ বেছিকৈ মহাপ্ৰজাৱতীয়ে। আহা, মইকিৰ পোৰা পেট নহয় সব বেনেকৈ। ৰজাই কত বৰাই বুজাই ক'লে,—"ৰাণি, তুমি নেকান্দিবা, মই মুখেৰেহে যাবলৈ কৈছোঁ। গৌতম নেযায়।"

গোপাই এইবোৰ কথাৰ শুংসূত্ৰকে নেপায়। তেওঁক পূৰ্ব্বেই সিদ্ধাৰ্থই বুদ্ধিৰে সম্মত কৰাই থৈছে।

ৰজাই মুখেৰে যদিও বা আদেশ দিলে কিন্তু ভবা নাছিল যে সিদ্ধাৰ্থ সঁচাকৈয়ে যাব। আৰু কিজানি বা যাই বুলি তেওঁ দিনে ৰাতিয়ে নগৰত পালি প্ৰহৰীযা দিলে আৰু চন্তৰিক খুব সাবধানে থাকিবলৈ হুকুম দিলে। সিদ্ধাৰ্থৰ মন ভুলাবলৈ ৰজাই নানা ফন্দিত পাতিছিল। ফন্দি পাতিলে হব কি ? সিদ্ধাৰ্থ যে তেনে মানুহেই নাছিল, ধেমালিত লাগি তেওঁ নিজৰ কৰিবলগীয়া কাম পাহৰিব।



## ৬। গৃহত্যাগ।

দুপৰ নিশা। জোনৰ পোহৰ তেতিয়াও আছে। কপিলবাস্তু নগৰত জনৈক প্ৰাণীৰো সাৰ-সঁহৰি নাই,—সকলো ভৰ টোপনিত। পালি-পহৰীয়াবিলাকো যতে আছিল ততে শুই পৰিছে। গোটেই নগৰখনৰ ভিতৰত সাৰে আছে মাথোন এজন মানুহ। তেওঁ সৌ বহি বহি কিবা ভাবিছে। চাই থাকোঁতেই তেওঁচোন উঠিল বিছনাৰ পৰা! অ' তেওঁ বাহিৰ ওলাই যায় কলৈ? সিদ্ধাৰ্থ এই নিশা তুমি কাকো মাত-বোল নকৰাকৈ যোৱা ক'লৈ?

বহুত ভাবি চিন্তি সিদ্ধাৰ্থই থিৰ কৰিলে যে পলাই নগৈ উপায় নাই। দেখুৱাই যোৱা বৰ টান কাম হব। তাতোকৈ কাকো নোকোৱাকৈ, নিশাই ঘৰ এৰি পলাই যোৱাই শ্ৰেয়। সিদ্ধাৰ্থৰ শোৱা কোঠাত এতিয়াও চাকি জ্বলি আছে। আন-ফালে এটা ঘৰত গোপা কেচুৱা ল'ৰাটি বুকুতে লৈ শুই আছে। সিদ্ধাৰ্থই অৱহেলে মায়াৰ বান্ধোন কাটিলে, সংসাৰৰ বান্ধোন ছিঙিলে, ধন-বস্তুৰ লোভ পৰিত্যাগ কৰিলে। লাহে লাহে উঠি তেওঁ হাতত সাৰে ভৰিত সাৰে শোৱা ঘৰৰপৰা বাহিৰ ওলাল। তাৰ পিছত লাহে লাহে পকিঘৰৰ বেৰ, সিংহদুৱাৰ এখন দুখনকৈ পাৰ হৈ বাহিৰৰ শেষ সিংহদুৱাৰখন পালেগৈ। সিদ্ধাৰ্থ ঘৰৰ-পৰা ওলাই গ'ল তেও কেওঁ নেদেখিলে, কেওঁ নেজানিলে,

দেখিলে আৰু জানিলে কেৱল গোটাদিয়েক আকাশৰ তৰাই আৰু স্বৰগৰ ঈশ্বৰে।

ধন্য সিদ্ধাৰ্থ, তুমি ৰাজত্বৰ আশা এৰি, তাক কুটাহেন গণি পৃথিবীৰ সকলো সাধাৰণ সুখ তুচ্ছ কৰি জগতৰ কল্যাণৰ নিমিত্তে তপস্যা কৰিবলৈ ওলাইছা।

শেহ সিংহদ্বাৰ পাওঁতেই সিদ্ধাৰ্থই সাৰথিক দেখাপাই ক'লে "সাৰথি! মই বুজিছোঁ। তুমি মোৰ বাট ভেটি ধৰিব লৈকে ইয়াত পহৰা দিছা। কিন্তু সেইটি নহব। তুমি সোন-কালে গই ঘোৰাশালৰপৰা ভাল চাই ঘোৰা এটা আনি মোক দিয়া। অলপো পলম নকৰিবা, যোৱা, এতিয়াই যোৱা। সাৰথিয়ে কান্দি কান্দি ক'লে "যুবৰাজ, তোমাৰ বিহনে ৰাজ্য যে এন্ধাৰ হব, ৰজাই প্ৰাণ এৰিব, ৰাণী বলিয়া হব। গোপাক অনাথিনী কৰি তুমি কলৈ যোৱা। হায়! হায়! কুমাৰৰ হব কি? ইয়াত তোমাক বিচি থাকিলেও ৰাতি টোপনি নাহে বনত তুমি কেনেকৈ শুবা?

ইয়াত গাখীৰ মাখন খাই তোমাৰ পেট নভৰে, বনত কি খাবা? যুবৰাজ, ঘৰত বহিনো দেৱতাৰ পূজা সেৱা কৰিলে নহয়নে?" এই কথাত সিদ্ধাৰ্থই সাৰথিক বহুত বৰাই বুজাই ক'লে, "সাৰথি, তুমি ভাবিছানে, মই পাৰোঁতে এই সোণৰ সংসাৰ এৰি বনলৈ ওলাইছোঁ? এনে মৰমৰ পিতা, চেনেহৰ আই, আদৰৰ গোপা, প্ৰাণতুল্য শিশু 'কুমাৰ' ক'ত পাম। কিন্তু সাৰথি, বুজা নাইনে মৃত্যু য'ত আছে ত'ত কোন কাৰ? একে নিমিষতে

সকলো অন্ত কৰিব পাৰে। সেই কাৰণে ইয়াত কণাৰ লগত কণা হৈ থকাতকৈ যাওঁ, বিচাৰি যাওঁ, ক'ত মৰণ নাই, ক'ত দুখ নাই, ক'ত শোক নাই। মোক বাধা নিদিবা সাৰথি? মই জগতৰ দুখ আৰু চাব নোৱাৰা হৈছোঁ। তুমিও মোক সহায় কৰা এই বিষয়ত। যোৱা, এতিয়াই ঘোৰা এটা লৈ আহাঁ।” বুঢ়া সাৰথিয়ে এনে কথাত আৰু মাতিব কি? লাহে লাহে ঘোৰা-শালৰ ফালে খোজ ললে।

ইতিমধ্যে সিদ্ধাৰ্থই ভাবিলে—জনমলৈ বিদায় লৈ সংসাৰ এৰি যাবলৈ ওলাইছোঁ! যোৱাৰ পূৰ্ব্বে এবাৰ গোপাক আৰু সেই সাত দিনীয়া কুমাৰক চাই যাওঁ! এই ভাবি তেওঁ আকৌ লাহে লাহে নগৰৰ ভিতৰ সোমাল। গোপা য'ত শুই আছিল তালৈ গ'ল; দেখিলে চাকি তেতিয়াও ধিমিক্ ধামাক্ কৰি জ্বলি আছে। গোপা তেতিয়াও চুলিমেলি অচেতন হৈ বুকত কুমাৰক সুমাই লৈ শুই আছে। দেখিয়েই শেহবাৰ কুমাৰক কোলাত লবৰ মন গ'ল, কিন্তু ভাবিলে, “মই কৰিব খুজিছোঁ কি? কোলাত ললে ই মোক মৰমৰ দোলেৰে বান্ধিব পাৰে। ই বৰ ডাঙৰ মায়া। মন, এতিয়াও তই চলৌ-পতৌ কৰিছ? ডাঙৰ কাম তোৰ হাতত আছে। ব'ল ইয়াত সৰহ পৰ নাথাকিবি। থাকিলে কথা বেয়া হব। গোপাও হয়তো সাৰ পাই উঠিব পাৰে, এবাৰ চকু ভৰি, হেপাহ পলুৱাই চাইল আৰু ব'ল। এই ভাবি সিদ্ধাৰ্থই শেহবাৰ তাৰপৰা ওলাই আহিল!

হায়! হায়! গোপা তুমি এতিয়াও নিশ্চিন্ত হৈ শুই আছা?

এবাৰ চকুমেলি চোঁৱা তোমাৰ আঁচলৰ ধন, তোমাক এৰি গ'ল। তোমাৰ মৰমে তেওঁক বান্ধি ৰাখিব নোৱাৰিলে! আৰু মহাৰাজ শুদ্ধোদন, ৰাণী মহাপ্রজাবতি, তোমালোকৰো টোপনি নেভাগিল। উঠা, এবাৰ চোঁৱা, ৰাজ্যৰ শ্ৰীহীন কৰি, তোমালোকৰ একমাত্র গৌতম দূৰ দেশলৈ গ'ল। উঠা, চোঁৱা এতিয়াও ৰাখিব পাৰা যদি।

সিদ্ধাৰ্থ তাৰপৰা ঘূৰি আহি দেখে যে সাৰথিয়ে ভাল ঘোৰা এটা আনি ঠিক কৰি থৈছে। তেওঁ ঘোৰাৰ ওচৰ পায়েই খপ্ কৰে উঠিল, সাৰথিক পিছত তুলি লৈ ঘোৰা ছুটি মেলি দিলে। যাবৰ সময়ত সিদ্ধাৰ্থই ৰজা ৰাণীকে আদি কৰি মনে মনে শাক্যৰংশৰ সকলোলৈকে সেৱা জনাই গ'ল! ক্ষন্তেকৰ ভিতৰতে কত দেশ কত নগৰ পাৰ হৈ গৌতম যাবলৈ ধৰিলে।

ৰাতি পুৱাওঁতেই তেওঁবিলাক এঘাৰ যোজন বাট পাৰ হৈ আহি 'আনোমা' নামে নৈ এখনৰ কাষত উপস্থিত হ'লহি। তাতে ঘোৰা ৰাখি সিদ্ধাৰ্থই ক'লে, "সাৰথি! মোৰ এই ৰাজ-পোষাক লৈ তুমি ঘোৰাৰ ওপৰত উঠি নগৰলৈ উলটি যোৱাঁ।"

ছন্দকে ক'লে, যুবৰাজ, মই আৰু কি সতে নগৰলৈ ঘূৰি যাম। মইয়ো তোমাৰ লগতে থাকি সন্ন্যাসী হম।"

কিন্তু সিদ্ধাৰ্থই বুজাই ক'লে, "নহয় সাৰথি! তুমি ঘৰলৈ যাবই লাগে, নতুন দেউতাক কোনে চাব।" এই বুলি নিজৰ গাৰপৰা অলঙ্কাৰ আদি যি আছিল সাৰথিৰ হাতত খহাই দিলে, লগৰ তৰোৱাল খনৰে নিজৰ মূৰৰ চুলি কাটি পেলালে। ওচৰতে

এটা ব্যাধ আছিল. তাৰপৰা ফটা ধুতি এখন খুজি আনি পিন্ধিলে আৰু ব্যাধক নিজৰ কাপোৰখন দিলে। ভৰিৰ ফানটি খহাই পেলালে আৰু হাতত কমণ্ডলু লৈ সিদ্ধাৰ্থ সন্ন্যাসী হ'ল। ছন্দকক ক'লে "সাৰথি, ৰজা আৰু ৰাণীক মোৰ সেৱা জনাই কবা, 'অজান বালকৰ দোষ দায় যেন ক্ষমা কৰে। জীয়াই থাকিলে ঘূৰি আহি দেখা কৰিম'। তুমি বুজাই কবা, তেওঁলোকে বেজাৰ কৰিব নেলাগে। মোৰ এই ৰাজাপাষাকটো লই যোঁৱা।"

চকুলো টুকি টুকি ছন্দক তাৰপৰা উলটিল। যিটো ঘোৰা নিছিল তাৰ নামটো আছিল কণ্ঠক। সি বৰ প্ৰভুভক্ত আছিল গিৰিহঁত জন বনলৈ গই ঘূৰি নহা দেখি তাৰ চকুলো ববলৈ ধাৰলে আৰু অলপ বাট নৌ আহোঁতেই বেজাৰত সি মৰি থাকিল।

ছন্দক ঘূৰি আহোঁতে ৰজা আৰু ৰাণীৰ যে বিলাপ,— সেইবোৰ ছুখ লগা কথা আৰু কি ক'ম। কি কি হইছিল সাৰথিয়ে সকলো বাতৰি দিলে। এনেতে গোপা ভিতৰৰ পৰা ওলাই আহি ক'লে "ছন্দক! মোৰ স্বামীৰ সাজ-পাৰত মোৰ বাহিৰে কাৰো অধিকাৰ নাই। সেই সাজটো মোক দিয়া। মই তাঁকে সদায় পূজি থাকিম।" আহা! গোপাক সেই অৱস্থাত দেখিলে চকু ফাটি পানী ওলাই আহে। তেওঁৰ যে সন্ন্যাসিনী বেশ! ৰাণীয়ে ক'লে, "আই তইনো এইবোৰ কি পাতিছ! কটা ঘাত খাৰনি ঢাল কিয়? তোৰে মুখখনি চাই মই ক্ষন্তেক জুৰাবলৈকো তই বিধি :পঠালি পাতিছ! তই নো সন্ন্যাসীৰ বেশ পিন্ধিছ কিয়?"

গোপাই ক'লে,—“আই, আপুনি বেজাৰ কৰিবৰ সকাম নাই। মোৰ স্বামী বনত কষ্ট কৰি থাকিব আৰু মই ইয়াত অলঙ্কাৰ পিন্ধি ৰং-ধেমালি কৰি দিন নিয়াম নে? মই তেওঁৰ সহধৰ্ম্মিণী। তেওঁৰ যি ধৰ্ম্ম মোৰো সেইয়ে ধৰ্ম্ম—তেওঁ সন্ন্যাসী, মই সন্ন্যাসিনী।”

সঁচাকৈয়ে গোপা ঘৰত থাকিও সন্ন্যাসিনী হ'ল। তেওঁ থাকে ব্ৰত নিয়ম পালি, চিন্তে স্বামীৰ শ্ৰীচৰণ, ভাবে স্বামীয়েই তেওঁৰ গতি। আহা! ইয়াকে বোলে সতী-তিৰোতা। স্বামীত বাজে আন একো নেজানে।



## ৭। তপস্যা।

তপস্যা কাৰবলৈকে সিদ্ধাৰ্থ ঘৰ এৰি বনলৈ আহিল। তেওঁৰ বয়স আছিল তেতিয়া উনত্ৰিছ বছৰ। এই ভৰ ডেকা বয়সৰ চেহেৰা তেওঁৰ আৰু নেথাকিল। হাবিৰ মাজত বহি তপ কৰোঁতে কৰোঁতে শৰীৰ খীণাই শুকাই গ'ল। তেওঁ সদায় ধ্যান কৰি বহি থাকে, উশাহ নিশাহকে লোৱা যেন নেদেখি। অচেতন শিলৰ দৰে পৰি থাকে। একোলৈকে ভ্ৰূক্ষেপ নাই—না আছে তেওঁৰ খোৱা না আছে তেওঁৰ শোৱা, না তেওঁ উঠে, না তেওঁ বহে। ইয়াত তেওঁক, কোনেও আমনি নকৰে। একমনে চিন্তামগ্নহৈ থাকে। বনৰ চৰাই-চিৰকতি, হাবিৰ বাঘ-ঘোঙে তেওঁক দেখিলে আঁতৰ হৈ গুচি যায়। বতাহ বৰষুণ জাৰ জহ তেওঁৰ একো নাই। তেওঁৰ একমাত্ৰ লক্ষ্য কেনেকৈ প্ৰতিজ্ঞা কৰা বস্তু লাভ কৰিব পাৰে। কি কঠোৰ তপস্যা! তেওঁৰ প্ৰতিজ্ঞাৰো লৰচৰ নাই। যেনে বহিছে, বিচৰা বস্তু নেপালে আৰু নুঠে। এনেকৈ এক মনে, এক ধ্যানে সাধনা কৰিব পাৰিলে জগতত নো কি কৰিব নোৱাৰি।

ঘৰৰপৰা ওলাই সিদ্ধাৰ্থ সন্ন্যাসী বেশেৰে ঘূৰি ফুৰি*“বৈশালী”

* বৈশালীনগৰ এতিয়াৰ পাটনা চহৰৰ উত্তৰে আছিল

নামে নগৰ এখন পালেহি। তাতে "অড়াৰ" নামে পণ্ডিত এজনৰ ওচৰত হিন্দুশাস্ত্ৰ পাঠ কৰে। কিছুদিন তাত থাকি পাঠ অভ্যাস কৰি তেওঁৰ আশা পূৰ নহ'ল—তেওঁ যি বিচাৰিছিল নেপালে। নেপাই নথই তেওঁ তাৰপৰা * "ৰাজগৃহ" পালেহি। ৰাজগৃহত তেওঁ ৰুদ্ৰক নামে ঋষি এজনৰ শিষ্য হয়। ৰুদ্ৰকে তেওঁক যোগ কেনেকৈ কৰিব লাগে শিক্ষা দিয়ে। সেই ঋষিৰ আশ্ৰমত থাকোঁতেই সিদ্ধাৰ্থৰ লগত পাঁচ জন শিষ্য ওলায় আৰু তেওঁলোকেৰে সৈতে গয়ালৈ আহে। গয়াত 'উৰুবিল্ল' নামে গাওঁ এখনৰ ভিতৰত সুন্দৰ ডাঠ হাবি এডোখৰ পাই, তাতে বহি যোগ কৰিবলৈ সুবিধা হব ভাবি, তাৰ ভিতৰ সোমাল। আৰু গভীৰ ধ্যানত বহিল।

উঃ! তেওঁৰ কি প্ৰকোপ তপস্যাৰ। ছবছৰ একেখন আসনতে একেঠাৰে বহি আছে! সেই ছবছৰ ভিতৰত তেওঁ সপ্তাহে একোটাকৈ বগৰি খাইছিল। তাকো কেতিয়াবা নেপালে দুই চাইটা তিল বা চাউল খাই তপ কৰিছিল। ছবছৰ নোখেৱাকৈ থাকিলে মানুহৰ কি অৱস্থা হয় ভাবি চোৱাছোন আমি এদিন নেখালেই উঠিব নোৱাৰা হওঁ, আৰু তেওঁ এদিন নহয়,

---

* ৰাজগৃহ আগেয়ে জৰাসন্ধ ৰজাৰ ৰাজধানী আছিল। পাঁচোটা পৰ্ব্বতৰ মাজত এই ৰাজধানীখন। ইয়াত তপত পানীৰ কোবাটাও কুণ্ড আছে। তাৰ ভিতৰত ৰামকুণ্ডই প্ৰধান। ৰামকুণ্ডৰ দুধাৰ পানী। এধাৰ চেঁচা আৰু এধাৰ তপত। সিদ্ধাৰ্থ যাবৰ সময়ত তাত আছিল ৰজা বিম্বিসাৰ।

দুদিন নহয়, এবছৰ নহয়, দুবছৰ নহয়, ছবছৰ নোখোৱাকৈ আছিল। তেওঁৰ শৰীৰ বৰ দুৰ্ব্বল হ'ল, মুখৰ মাতবোল হ্ৰাস পালে, প্ৰায় মৰোঁ মৰোঁ অৱস্থাত, অলপ পিছতে কিবা নেখালে মৰিব, সেই অৱস্থাত তেওঁ ভাবিছে—কি কৰা যায় এতিয়া সত্য বস্তু লাভ নকৰাকৈ তেওঁ খাবনে ? খালে তেওঁৰ প্ৰতিজ্ঞা নৰব নহয়। যায় যদি প্ৰাণকে যাওক কিন্তু যি বস্তু বিচাৰিছোঁ তাক নেপালে নেখাওঁ।

ইয়াকে স্থিৰ কৰি তেওঁ আকৌ ধ্যানত বহিবলৈ ধৰোঁতেই টোপনিয়ে ধৰিলে। আৰু সেই টোপনিতে এটি সপোন দেখিলে। সপোনত ইন্দ্ৰই যেন বীণা এখনি লই তেওঁৰ ওচৰলৈ আহিছে। বীণাখনিৰ তাৰ তিন ডাল। এডাল তাঁৰ বৰ টান-বন্ধা। তাত ভাল মাত নোলায। আৰু এডাল তাঁৰ বৰ ঢিলাকৈ বন্ধা, তাতো মাত নুঠে। কিন্তু মাজৰ তাঁৰ ডালি ঠিক জোখত বন্ধা। তাৰ পৰাই ভাল সুৰ উলিয়াই ইন্দ্ৰই গীত গাই তেওঁক মোহিত কৰিলে।

এনেতে সিদ্ধাৰ্থ সাৰ পালে, সাৰ পাই সপোনৰ কথা ভাবি বুজিলে যে তেওঁ কিবা ভুল কৰিছে আৰু কোনোবাই দয়া কাৰ তেওঁৰ সেই ভুল দেখুৱাই দিছে। দৰাচলতে এফালে যেনেকৈ শৰীৰক কষ্ট দিলে সত্য লাভ কৰিব নোৱাৰি, আন ফালে তেনেকৈ ফিট্‌ফাট বাবু হলেও ধাৰ্ম্মিক হব নোৱাৰি। মাজ বাটে যাব লাগিব, তেহে ধৰ্ম্ম সিজিব। নেখাই মৰিলে মৰণৰ হাত সাৰিলোঁ ক'ত। খাই-বই প্ৰাণ ৰাখি তপস্যা কৰাই শ্ৰেয়ঃ

সিদ্ধাৰ্থই খাওঁ বুলি ঠিক কৰিলে হয় কিন্তু হাবিৰ মাজত তেওঁক খাবলৈ দিব কোনে? আমি নেজানোহে খাবলৈ দিওঁতা এজন আছে। শুনা বাৰু কি হ'ল ঈশ্বৰৰ ইচ্ছাত।

সেই হাবিৰ ওচৰতে এজন ধনী মানুহৰ এজনী ছোৱালী আছিল। ছোৱালীজনীৰ নাম আছিল "সুজাতা"। সুজাতাই সৰুকালতে এটা মনে মনে আগকৰি থৈছিল। কথাটো এই :—যদি তেওঁ মনৰ জোখাই স্বামী পায় আৰু যদি প্ৰথমেই এটি ল'ৰা হয় তেন্তে তেওঁ বছৰে বছৰে চ'তমাহৰ পূৰ্ণিমা তিথিত বনদেৱতাক ভোগ দিব। তেওঁৰ সেই মনৰ কামনা পূৰ হোৱাত সেইদিনা ভালকৈ পায়স ৰান্ধি বাটিত ভৰাই লগত আৰু চাৰি জনী বুঢ়ী মানুহ লৈ বনদেৱতাক পূজা দিবলৈ আহিল। আহি দেখে—সিদ্ধাৰ্থ গছৰ তলত ধ্যানত বহি আছে। সুজাতাই ভাবিলে এওঁয়েই বনদেৱতা। কৃপাকৰি মোৰ ভোগ খাবলৈকে ইয়ালৈ আহিছে। এই ভাবি আদৰ সাদৰ কৰি ভক্তিভাৱে সিদ্ধাৰ্থক পায়স খাবলৈ দিলে, সিদ্ধাৰ্থয়ো 'তোমাৰ মনোবাঞ্ছা পূৰ্ণ হওক' বুলি আশীৰ্ব্বাদ কৰি সেই পায়স খাই প্ৰাণ ৰাখিলে।

পিচত সুজাতাই সকলো বুজিলে আৰু সদাই যতন কৰি সিদ্ধাৰ্থলৈ খোৱা বস্তু লৈ আহি দি যায় আৰু আৱশ্যক হলে গাত লবলৈ কাপোৰো সিদ্ধাৰ্থক দি যায়হি।

লগতে থকা শিষ্য পাঁচজন দিন ইমান ভিক্ষা কৰি খাই সিদ্ধাৰ্থৰ লগতে আছিল। যেতিয়া দেখিলে যে সিদ্ধাৰ্থই

নিয়ম এৰি তিৰোতাৰ হাতে খাবলৈ পিন্ধিবলৈ ধৰিলে, তেতিয়া তেওঁক বনত অকলৈ এৰি তেওঁলোক গুচি গ'ল। তেওঁলোক যোৱাৰপৰা সিদ্ধাৰ্থৰ তপস্যা কৰিবলৈ সুবিধা বেছিহে হৈছিল।



## ৮। সিদ্ধিলাভ।

খাই-বই গাত বল বান্ধি লৈ সিদ্ধাৰ্থ এজোপা শকত বটগছৰ তলত কোঢ়া মুঠিয়াকৈ তপস্যা কৰিবলৈ বহিল। এইবাৰ তেওঁৰ শেষ পৰীক্ষা তপস্যাত। আৰু পৰীক্ষা একোটা কি ভীষণ! দেখা, একেইটো হাবিৰ মাজ, তাতে তেওঁৰ শিষ্য যি কেজন আছিল সিবিলাকো গুচি গ'ল। তেওঁ অকলে বহি আছে, এনেতে লগত কিছুমান ভূত পিশাচ লৈ আহিল*"মাৰ।" অকল মাৰক দেখিলেই প্ৰাণ উৰিযায়—যিহে তাৰ কদাকাৰ ৰূপ তাৰ ওপৰত সিহঁতে কাৰলে কি? পোনতে বৰ ধুমুহা বতাহ মাৰিবলৈ ধৰিলে, তাৰ পিছত ধাৰাষাৰে বৰষুণ আনিবলৈ ধৰিলে। — চপৰা চপৰে শিল পেলালে। ধুমুহাৰ কোবত গছ পৰ্ব্বত উভালি পৰিল। দোপাল পিতা শিলবৰষুণে জীৱজন্তু খুন্দি পেলালে। ইয়াৰ পিছত ধুলি, বালি, ছাই ভস্মৰ বৰষুণ আনিবলৈ ধৰিলে। অস্ত্ৰ মাৰি গোটেই অকাশখন ধাকি পেলালে। আগত কৈও চাৰি গুণ আন্ধাৰ হল গোটেখন আকাশ। ইমানবোৰ ভয় দেখুৱাতো সিদ্ধাৰ্থৰ গাৰ নোম নলৰিল; তেওঁ ধ্যানত বহিয়েই থাকিল। একো কৰিব নোৱাৰি মাৰে লগত লৈ অহা ভূত প্ৰেত বিলাকৰ সৈতে সিদ্ধাৰ্থৰ সমুখত থিয় হৈ ক'লেহি, "যা,

---

* মাৰ হৈছে মানুহৰ মনত কুমতি সুমাই দিয়া এটা কদৰ্য্য প্ৰেত।

তই ইয়াৰ পৰা ঘৰলৈ গুচি। ইয়াত কাৰছ কি মিছাতে বহি থাকি? নোহোৱা নোপজা কাম কৰিব নালাগে যোৱা। এই, পানীৰ মিঠৈ বান্ধিব তপ কৰি। ৰাজবাণী শিকালে মৰেছে। যা তয় ইয়াৰ পৰা।" মাৰৰ কথা শুনি সিদ্ধাৰ্থৰ বৰ খঙ উঠিল। তেওঁ ক'লে, "তই কোন অ! কিয় মোক আমনি কৰিছ। গুচ্ ইয়াৰ পৰা সোনকালে। তোৰ উপদেশ বিচাৰিছে কোনে? উপযাচি যি উপদেশ দিয়ে সি ঠগ। মই তোৰ কথা শুনি ইয়াৰ পৰা নুঠোঁ। তই এতিয়াই ভালে ভালে ইয়াৰ পৰা আঁতৰ হ!"

এনেতে পৃথিৱী ফাটি তেওঁলোকৰ আগতে একুৰা পৰ্ব্বত প্ৰমাণ জুই ওলাল।

ভয়খাই ভূত প্ৰেত এটাইবোৰ পলাল। মাৰেও দেখিলে সিদ্ধাৰ্থক ভয় খুৱাবলৈ কৰা চেষ্টা মিছা। সি জানি শুনিয়েই লাহে লাহে তাৰপৰা আঁতৰ হ'ল।

তাৰ পিছত সিদ্ধাৰ্থৰ ওচৰলৈ আহিল * সংশয়। সি ক'লেহি, "তুমি এইখন কি কৰিছাঁ? এই বাৰ বছৰ চেষ্টা কৰিও একো হোৱা নাই যেতিয়া, এইদৰে ধ্যান কৰি কষ্ট ভোগা কি লাভ! বোপা ককাৰ সহজ এৰি তুমি নতুন কাম কৰিছা কিয়? উঠা, উঠা ঘৰলৈ যোৱা।" সিদ্ধাৰ্থই মাত লগালে, "মই বুজিছোঁ তই সংশয়, যা, সোনকালে মোৰ আগৰ পৰা। তোৰ কথাত মই প্ৰতিজ্ঞা নেৰোঁ।"

---

* সংশয় হৈছে আমাৰ মনত কোনো এটা বিষয় হয় নহয় ভাব ওপজোৱা এটা কদাকাৰ মূৰ্ত্তি।

তাৰ পিছত আৰু অসংখ্য পৰীক্ষা হ'ল। তাৰে ভিতৰত প্ৰধান পৰীক্ষা হ'ল এইটো;—গোপাৰ ভেশ ধৰি এজনী মানুহ সিদ্ধাৰ্থৰ আগলৈ আহি ক'লে, "আপুনি এইবোৰ কি তপস্যা কৰিছে! হায়! হায়! মানুহৰ বৰণ নাইকিয়া হ'ল। উঠক, ঘৰলৈ আহক। এইবোৰ আমাক কেলেই? সিদ্ধাৰ্থই ধীৰ ভাবে উত্তৰ কৰিলে, "কোন তই ভেশচন কৰি মোক ভুলাবলৈ আহিছ? যা মোৰ আগৰ পৰা এতিয়াই নহলে ভাল নহব!"

ধন্য, সিদ্ধাৰ্থ তোমাৰ স্থিৰ প্ৰতিজ্ঞা। ইমানবোৰ পৰীক্ষা পাৰ হৈ হে সিদ্ধাৰ্থৰ মনত আনন্দৰ ৰেখ পৰিল। পোন প্ৰথমে তেওঁৰ সেই গছৰ তলতে জ্ঞান-চকু মুকলি হ'ল! তেওঁ বিচাৰি যোৱা বস্তু পালে! তেওঁৰ সুখৰ* নিৰ্ব্বাণ হ'ল, দুখৰ নিৰ্ব্বাণ হ'ল, ইন্দ্ৰিয়ৰ নিৰ্ব্বাণ হ'ল। তেওঁ বুদ্ধত্ব পালে অৰ্থাৎ যথাৰ্থ জ্ঞানী হ'ল। তেওঁ প্ৰকৃত সুখৰ বাট দেখা পালে, তেওঁ বুজিলে —শৰীৰক কষ্ট দিলে শান্তি নেপায়, কঠোৰ নিয়ম পালন কৰিও লাভ নাই,—অহিংসাই পৰম ধৰ্ম্ম। কাকো হিংসা নকৰাকৈ পবিত্ৰ ভাবে জীৱন কটাব পাৰিলেই মানুহ ইহজনমত সুখী হব পাৰে আৰু পৰ জন্মতো শান্তি লভিব পাৰে। বাৰবছৰ কঠোৰ তপস্যা কৰি, তেওঁ ইয়াকে সিদ্ধান্ত কৰিলে।

যি জোপা গছৰ তলত বহি সিদ্ধাৰ্থৰ দিব্য জ্ঞান জন্মিছিল সেই জোপাৰ নাম হ'ল "বোধিদ্ৰুম!" কেইবা যুগো সেই গছ

---

* নিৰ্ব্বাণ এটা মনৰ অৱস্থা। তেতিয়া মনৰ একোলৈকে কামনা নেথাকে; সকলো জুইত পানীৰ দৰে নুমাই যায়।

জোপা জীয়াই আছিল। দেশৰ অৱস্থাৰ লবচৰ ধৰ্ম্মৰ অৱস্থাৰ লবচৰ সি কিমান কি দেখি গ'ল ! তাৰে শিয়াৰপৰা হোৱা পুলি এটা নি সিংহল দ্বীপৰ (আগৰ লঙ্কা নগৰী) অনুৰাধাপুৰত ৰোৱা হৈছিল। শুনা যায় সেই গছ জোপা বোলে এতিয়াও জীয়াই আছে।

যি ঠাইত ৰহি সিদ্ধাৰ্থে জ্ঞান লাভ কৰিছিল, তাৰ নাম তেওঁৰ শিষ্যবিলাকে তেওঁৰ বুদ্ধ নাম অনুসৰি "বুদ্ধ-গয়া" ৰাখিলে। বৌদ্ধবিলাকৰ নিমিত্তে ই এখন প্ৰধান তীৰ্থ স্থান। মহাৰাজ অশোকে সেই ঠাইত মন্দিৰ এটা সাজি দিছিল। কেবা বাৰো সি ভাগিছে বুলিও আকৌ নকৈ সজা হৈছে।

হি হওক সিদ্ধাৰ্থৰ প্ৰথম উদ্দেশ্য সিদ্ধ হ'ল। তেওঁ দিব্য জ্ঞান লাভ কৰিলে। বুদ্ধত্ব পালে কাৰণে তেওঁ এতিয়াৰ পৰা 'বুদ্ধদেৱ' নাম ললে ( বুদ্ধ শব্দৰ অৰ্থ হৈছে জ্ঞানী), ইয়াৰ পিছত তেওঁ দ্বিতীয় উদ্দেশ্য সিদ্ধিৰ নিমিত্তে চেষ্টা কৰিবলৈ ধৰিলে ! তেওঁৰ দ্বিতীয় উদ্দেশ্য হৈছে—জগতৰ অজ্ঞান মানুহ-বিলাকক তেওঁ ইমান কষ্ট কৰি লাভ কৰা জ্ঞান দি, ৰোগ শোক মৃত্যুৰ পৰা মুক্ত কৰা।



## ৯। ধৰ্ম্মপ্ৰচাৰ।

জ্ঞান ৰত্ন লাভ কৰি বুদ্ধদেৱ মানুহৰ মাজলৈ আহিল আৰু সেই ৰত্ন সকলোৰে মাজত বিলাবলৈ ধৰিলে। বুদ্ধদেৱে কি বামুণ, কি শূদিৰ, কি মুনিহ, কি তিৰোতা সকলোকে নতুন ধৰ্ম্ম শিক্ষা দিছিল। তেওঁৰ মতেই আছিল যে **ধৰ্ম্মৰ চকুত সকলো মানুহ সমান, সকলো মানুহ স্বাধীন**—যেনেকৈ কি নহওক সত্য পথত থাকিলেই হ'ল।

বুদ্ধদেৱে মন কৰিলে কাশীলৈ যাবলৈ। বহুত দিন খোজ কাঢ়ি গৈ তেওঁ কাশীৰ ওচৰৰ গঙ্গাৰ ঘাট পাই দেখিলে যে নাৱৰীয়া এজনে নাও এখন মেলি সিপাৰ হবলৈ ধৰিছে। বুদ্ধদেৱে তেওঁক সুধিলে, "অ' নাৱৰীয়া ককাই, মোকো পাৰ কৰি নিবানেহে!" নাৱৰীয়াই উত্তৰ কৰিলে, "পইচা নিদিলে পাৰ কৰি দিব নোৱাৰোঁ।"

এনে সময়তে এজাক বগলি চৰাই আকাশেদি উৰি গৈছিল। নাৱৰীয়া জনক তালৈ আঙুলিয়াই বুদ্ধই ক'লে, "দেখিছা নাৱৰীয়া ককাই সৌ বগলি জাকে নৈ পাৰহৈ যাবলৈ কাকো পইচা দিয়া নাই! সিহঁতে নিজৰ ডেউকাৰ ওপৰত ভিৰ দিয়েই পাৰহৈ গ'ল নহয়; মোৰা মইয়ো নিজ শক্তিৰ বলত পাৰ হই যাব পাৰোনে নোৱাৰোঁ", বুলি তেওঁ নৈৰ ওপৰত আকাশেদি পাৰ হৈ গ'ল। তাৰ পিছত কেখোজমান গৈয়ে কাশী পালে।

কাশীৰ সাৰনাথ নামে ঠাইতে বুদ্ধদেৱে প্ৰথমে ধৰ্ম্ম শিক্ষা দিয়ে। পোন প্ৰথমে শিষ্য কৰে আগেয়ে লগ এৰি অহা সেই পাঁচ জনক, মনত আছেনে? তাৰ পিছত দুজন এজন কৈ ক্ৰমে তেওঁৰ ওচৰলৈ মানুহ আহি শিষ্য হবলৈ ধৰিলে। তিনি মাহৰ ভিতৰতে তেওঁৰ ষাঠি জন শিষ্য হ'ল।

বুদ্ধদেৱে তেওঁলোককে নানা দেশলৈ ধৰ্ম্ম শিক্ষা দিবলৈ পঠিয়াই দিলে। আৰু সেই শিষ্য সকলেও যথেষ্ট পৰিশ্ৰম কৰি সকলোৰে ঘৰে ঘৰে বুদ্ধদেৱৰ উপদেশ দি ফুৰিছিল। "অহিংসা পৰমোধৰ্ম্মঃ,—কোনো জীৱকে হিংসা খিয়াল নকৰিবা,— সকলোকে মৰম চকুৰে চাবা, সদায় সজ পথত থাকি পবিত্ৰ হবা, সঁচা কথা কবা, সত্য উপায়েৰে নিজৰ নিজৰ জীবিকা উলিয়াবা" —ইত্যাদি বুদ্ধদেৱৰ সহজ আৰু সৰল উপদেশ বিলাককে তেওঁলোকে প্ৰচাৰ কৰিছিল।

সাৰনাথৰ যি ঠাইত বহি বুদ্ধদেৱে প্ৰথমে ধৰ্ম্ম প্ৰচাৰ কৰে, তাত মহাৰাজ অশোকে এটা বৰ ডাঙৰ 'দোল' বান্ধিছিল। সেই 'দোল' এতিয়াও আছে। সি ওখই ১২৮ ফুট বা প্ৰায় ৮৫ হাত আৰু এফালৰ পৰা আন ফাললৈ বহলে ৯৩ ফুট বা ৬২ হাত। ই এটা চাবলগীয়া বস্তু। পুৰণী কলিয়া চিন আমাৰ বৰ আদৰৰ!

সাৰনাথৰপৰা বুদ্ধদেৱ ৰাজ-গৃহলৈ আহিছিল। তেতিয়া ৰাজগৃহত ৰজা আছিল বিম্বিসাৰ। যিদিনা বুদ্ধদেৱ বিম্বিসাৰ ৰজাৰ ওচৰ পায়হি সেই নিশা তেওঁ ল'বা পাবলৈ কামনা কৰি কালী পূজা পাতে, তাত লক্ষ বলি দিবলৈ ছাগলি বান্ধি থৈছিল।

সেই কথাৰ গম পাই পৰৱ দুখত কাতৰ বুদ্ধদেৱে বিম্বিসাৰক যিহে কথা শুনাই দিলে তাক আৰু কি কম। বুদ্ধদেৱে ক'লে, "নৰপতি, তুমি পুত্ৰ কামনা কৰি দেৱী পূজা কৰিব খুজিছা কৰা। কিন্তু এই লক্ষ লক্ষ প্ৰাণী বধ কিয়? হায়! হায়! সিহঁতলৈ তোমাৰ অলপো মৰম নাইনে? চোৱাঁছোন সিহঁতে কেনেকৈ তোমাৰ মুখলৈ মুখদাঙ্গি চাই আছে। কথা কব পৰাহেতেন তোমাক কত কাকূতি মিনতি কৰিলেহেতেন। আহা! কাটিলে সিহঁতেও মানুহৰ দৰে দুখ নেপাবনে! তুমি নিজে কাঠচিতীয়া। আনৰ পৰা দয়া কেনেকৈ পাবা। তুমি হিংসুক, হিংসা কৰিলে ধৰ্ম্ম সিজেনে! ভূপতি, তুমি প্ৰাণ দিব পাৰিবা মৰিলে? যদি নোৱাৰা তেন্তে বধিবৰ তোমাৰ কি অকিধাৰ আছে? তুমি বৰ স্বাৰ্থপৰ। সামান্য এটি ল'ৰা পাবৰ নিমিত্তে তুমি লক্ষ লক্ষ প্ৰাণী বধ কৰিবলৈ ওলাইছা? নিতান্ত বলি নিদিলে যদি জগতৰ মাতৃ তুষ্ট নহয় তেন্তে মোকে বলি দিয়া। এই নিৰাশ্ৰয় অমাত জীৱ ছাগলীবিলাক এৰি দিয়া।

কথাৰ গঢ় দেখিয়েই বিম্বিসাৰে বুজিলে যে এখেত এজন মহাপুৰুষ আৰু তেতিয়াই তেওঁ বুদ্ধদেৱৰ চৰণত পৰি ক্ষমা বিচাৰিলে। দয়ামধ় বুদ্ধদেৱে বিম্বিসাৰক ক্ষমাতো কৰিলেই, ৰাণীয়ে সৈতে দুয়োকে নিজৰ ধৰ্ম্ম দিলে। ৰাজৰাণী দুয়ো নতুন ধৰ্ম্ম লোৱা দেখি বুদ্ধদেৱৰ ওচৰত ধৰ্ম্ম লবলৈ মানুহ গেজ খাই পৰিল হি। ৰাজগৃহ নগৰ গোটেই বৌদ্ধ হ'ল। বুদ্ধদেৱে প্ৰচাৰ কৰা কাৰণে ধৰ্ম্মটোৰ নাম হ'ল "বৌদ্ধধৰ্ম্ম"।

দেশে বিদেশে বুদ্ধদেৱে ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। ভিক্ষা কৰি তেওঁ খায়। তেওঁৰ ধৰ্ম্ম লৈ কত পাপী তাপীয়ে শান্তি পালে? তেওঁৰ নাম দেশে বিদেশে চিটিকি গ'ল আহা! নেযাবই বা কিয়? তেওঁৰ যিহে সুন্দৰ সুন্দৰ উপদেশ শুনিলে মনত সোমাই যায় একেবাৰে।

শুদ্ধোধন তেতিয়াও জীয়াই আছিল। তেওঁ পুতেকৰ ধৰ্ম্ম প্ৰচাৰৰ কথা শুনিবলৈ পালে আৰু এবাৰ পুতেকৰ মুখ চাবৰ মন কৰি দূত পঠাই দিলে। দূত যায় আৰু বুদ্ধদেৱৰ শিষ্য হৈ তাতে সজ আলোচনাত ভোল গৈ থাকে। ঘূৰি আহিবলৈ পাহৰে। শুদ্ধোদনে দেখিলে যে কথা মিছা "আমো নাহে ফৰ্ম্ম টিও নাহে।" আঠ জন দূতৰ পিছত তেওঁ এজনক বাছিলে তেওঁৰ নাম "চৰ্ক"—মগধ দেশৰ মন্ত্ৰী। তেওঁ বুদ্ধদেৱৰ ওচৰৰ পৰা মতামত লৈ ৰজা শুদ্ধোদনক কবহি পাৰিলে. "মহাৰাজ, বুদ্ধদেৱ তিনি চাৰি মাহৰ ভিতৰতে ইয়ালৈ আহিব। তেওঁ আহিলেও ৰাজপুৰীৰ ভিতৰতে নেথাকে। আপুনি নগৰৰ ওচৰতে এটা মঠ সজাই থওক।" তেওঁৰ কথা মতে ৰজাই 'ন্যগ্ৰোধ' নামে ঠাই এডোখৰত এটি সুন্দৰ মঠ সজাই থোৱালে। দেউতাকৰ অনুৰোধ ৰাখি আজি বহুত দিনৰ মূৰত বুদ্ধদেৱ কপিলবাস্তুলৈ ঘূৰি আহিল। দেশত আনন্দই নধৰা হ'ল। বুদ্ধদেৱক চাবলৈ আটাই মানুহ যেন বলিয়া হৈ ল'ৰাৰ পৰা বুঢ়ালৈ লৰি আহিল। তিৰোতাবিলাকে তেওঁক ভিখাৰীৰ বেশ পিন্ধা দেখি চকুৰ পানী সামৰিব নোৱাৰিলে। মুঠতে প্ৰজাবিলাকৰ ইমান

উখল-মাখল লাগিছিল যে নগৰত কাৰো মাত কতো শুনা হ'ল।

ৰাজসাজ পিন্ধি যি সিদ্ধাৰ্থ এদিন কপিলবাস্তুৰ পৰা ওলাই গইছিল আজি তেওঁ ভিখাৰীৰ বেশে বুদ্ধদেৱ হৈ আকৌ সেই নগৰ সোমাইছেহি। সঁচাকৈয়ে তাৰ জহ কাৰো সমান নেযায়। কোনো জানে কালিলৈ তুমি কি হবা?

বুদ্ধদেৱ অহাৰ গম পোৱা মাত্ৰকে ৰাজপুৰীৰ ভিতৰৰ পৰা ৰজা বাহিৰলৈ ওলাই আহিল। ৰাণীয়ে পেছ ললে গোপাই খবৰ পাই বাহিৰ ওলাই আঁতৰতে বুদ্ধদেৱক দেখিয়েই মূছকছ গ'ল। পুতেকৰ বেশ দেখি ৰজাৰ বুকু ফাটি গল। তেওঁ কবলৈ ধৰিলে, "গৌতম! তুমি ভিক্ষাৰীৰ বেশ ধৰিছা কিয়? তোমাৰ অভাব কিহত? তোমাৰ নাই কি? এই ৰাজ্য, ধন, বস্তু সকলো তোমাৰে। মোৰ কথা শুনা এই বেশ ত্যাগ কৰা।"

বুদ্ধদেৱ উত্তৰ কৰিলে, "দেউতা! সময় যে নাই। কালে প্ৰতি নিমিষে আয়ুষ ক্ষয় কৰি মৰণৰ ওচৰ চপাইছে নি। এই ৰাজ্য, এই ধন-দৌলত, সকলো মিছা—এই আছে এই নাই। ইয়াক এৰি সত্যবস্তু গ্ৰহণ কৰক, সি চিৰকলীয়া লগৰী। পবিত্ৰ জীৱন লাভ কৰিবলৈ যত্ন কৰক। পৃথিৱীত ধৰ্ম্মই হে একমাত্ৰ সঁচা বস্তু।"

গৌতমৰ কথা শুনি ৰজাই তেওঁৰ হাতৰপৰা ভিক্ষা পাত্ৰ নিজৰ হাতলৈ ললে আৰু পুতেকক সাবটি ধৰি ভিতৰলৈ লৈ গ'ল। ৰাণী মহাপ্ৰজাৱতীয়ে বহুদিনৰ মূৰত তেওঁৰ একেটি ৰতন

গৌতমক পাই হাতত স্বৰ্গ ঢুকি পোৱা দি পালে আৰু আনন্দত বিভোল হ'ল। ৰাজ্যৰ সকলো বুদ্ধদেৱৰ ওচৰলৈ আহিল, নাহিল কিন্তু উপযাচি কেৱল গোপা। গোপাই ভাবিলে, যদি স্বামীয়ে ভাল পায় মই নগলেও মোক দেখা কৰিবলৈ আহিব। সঁচাকৈয়ে গোপাৰ সেই ভাব ফলিয়াইছিল। বুদ্ধদেৱে গোপাক নেদেখি, শিষ্য সকলৰে সৈতে তেওঁৰ ঘৰৰ ফালে খোজ ললে আৰু গোপাৰ ওচৰত থিয় হল গৈ।

বুদ্ধদেৱক দেখি গোপাই মুখেৰে একো মাতিব নোৱাৰিলে, তেওঁৰ দুধাৰি চকুলো দুগালে বই গ'ল মাত্ৰ। সেই চকুলো দুধাৰিয়ে বুদ্ধদেৱৰ শ্ৰীচৰণ দুটি ধুৱাই দিলে। গোপাৰ মনত সেই সময়ত ইমানবোৰ ভাব খেলাইছিল যে তেওঁ কওঁ কওঁ বোলা কথাও ফুটাই কৰ্ব নোৱাৰিলে।

শুদ্ধোদনে ক'লে, "গৌতম, তুমি যাবৰে পৰা গোপাই সন্ন্যাসিনীৰ দৰে নিয়মত চলি আহিছে। সময় মতে নেখাই নুশুই তাইৰ প্ৰাণটোহে কথমপি ৰই আছে।" সেই কথা শুনি বুদ্ধদেৱে গোপাক ধৰ্ম্ম কথা শুনাই সান্ত্বনা দিলে। ৰাজপুৰীৰ সকলোৱে বুদ্ধৰ ধৰ্ম্ম গ্ৰহণ কৰিলে আৰু লাহে লাহে গোটেই কপিলবাস্তু নগৰ বৌদ্ধ হ'ল।

বুদ্ধদেৱ এতিয়া ন্যগ্ৰোধৰ মঠতে থাকে। বছৰৰ ভিতৰত আঠ মাহ আন ঠাইলৈ গৈ ধৰ্ম্ম প্ৰচাৰ কৰে আৰু বাকী বাৰিষা চাৰি মাহ তাতে থাকি শিষ্যবিলাকৰে সৈতে ধৰ্ম্মালোচনা কৰে।

মঠত থকাৰ ভিতৰতে এদিন গোপাই পুতেক ৰাহুলক সাজ

পাৰ পিন্ধাই দি ক'লে, "ৰাহুল, তুমি দেউতাৰৰ ওচৰলৈ গৈ পৈতৃক সম্পত্তিৰ বিষয়ে জানি আহাঁ গৈ। সাত দিনিয়া কেচুৱাতে এৰিযোৱা কুমাৰ এতিয়া প্ৰায় চৈধ্য বছৰীয়া হলহি ; আৰু তেওঁৰ নাম ৰাখিছে 'ৰাহুল'। মাকৰ কথা মতে ৰাহুল মঠলৈ গৈ দেউতাকক কলে, "দেউতা ! আপোনাক দেখি আজি বৰ আনন্দ পালোঁ। এতিয়া মোক পৈতৃক সম্পত্তি লাগে। বুদ্ধ-দেৱে কলে, "মোৰ একমাত্ৰ সম্পত্তি ধৰ্ম্ম—দিব্য জ্ঞান। তোমাক লাহে লাহে তাৰহে অধিকাৰী কৰিব পাৰিম। এই বুলি তেতিয়াৰ পৰা ৰাহুলক নিজৰ লগত মঠতে ৰাখিলে।

বুদ্ধদেৱ তপস্যা কৰিবলৈ যোৱাৰ পিচত ৰাণী মহাপ্ৰজাবতীৰ এটি ল'ৰা হৈছিল, তেওঁৰ নাম নন্দ। এই নন্দৰ বিয়াৰ নিমিত্তে ৰাজপুৰীত উৎসৱ চলিছে ; আৰু কালিলৈ বিয়া আজি অধিবাসৰ দিনা বুদ্ধদেৱ নানা দেশত ধৰ্ম্ম প্ৰচাৰ কৰি ঘূৰি আহি মঠ পাইছেহি। নন্দই বুদ্ধদেৱক দেখা কৰিবৰ নিমিত্তে আহি, শিষ্যবিলাকক উপদেশ দি বহি থকা বুদ্ধদেৱক দেখা পালে আৰু তেওঁ ও সেই আলোচনাত যোগ নিদি নোৱাৰিলে। বুদ্ধদেৱৰ সৰু উপদেশবিলাক শুনি নন্দৰ মন লৰিল। তেওঁ ভাবিলে, "হয়তো মই কি কৰিছোঁ। এনে সুন্দৰ বাট এৰি মই মায়াত বন্দী হৈ কিয় আবাটে যাব খুজিছোঁ। নহয় সি কেতিয়াও হব নোৱাৰে মই বিয়া নকৰোঁ।" এই বুলি তেওঁ বুদ্ধদেৱৰ পৰা সন্ন্যাস গ্ৰহণ কৰিলে। ৰজাই দেখিলে যে তেওঁৰ পিছত বংশ ৰক্ষা কৰিবলৈ আৰু কোনো নেথাকিল। গৌতম গ'ল, ৰাহুল গ'ল, আৰু

শেহত নন্দও সন্ন্যাসী হ'ল। শোকে বেজাৰে ৰজা ম্ৰিয়মাণ হ'ল।

বুদ্ধদেৱে আঁতৰত ধৰ্মপ্ৰচাৰ কৰিবলৈ যাওঁতে এসময়ত কোশল ৰাজ্যৰ ৰাজধানী শ্ৰাবস্তী নগৰ পাইছিল গৈ। তাতে চহকী মানুহ এঘৰৰ কৃষ্ণা নামে মানুহ এজনীৰ ল'ৰা এটি মৰে। কৃষ্ণা সেই সোকত কান্দি কাটি বাউলী হৈ পৰিছে, এনেতে দেখা পালে দুৱাৰ মুখত এজন সন্ন্যাসী। সন্ন্যাসীজন দেখিয়েই লাজ কাজ কাতি কৰি থৈ লৰি আহি তেওঁৰ ভৰিত পৰি ক'লে, "প্ৰভু! আপোনালোকে যি কৰোঁ বোলে তাকে কৰিব পাৰে। মোৰ ল'ৰাটি এই মাত্ৰ মৰিল ইয়াক মন্ত্ৰৰ বলেৰে জীয়াই দিয়ক।" সন্ন্যাসীয়ে উত্তৰ কৰিলে, "মই জীয়াব নোৱাৰোঁ। সৌ ওচৰতে আমাৰ গুৰু আছে, তেখেতৰ ওচৰলৈ যোৱাঁ। মন কৰিলে তেখেতে জীয়াই দিব পাৰে।" সেই কথা শুনি কৃষ্ণা বুদ্ধদেৱৰ ওচৰলৈ গ'ল আৰু সকলো কথা নিবেদন কৰি ক'লে, "প্ৰভু এটি ঔষধ দি ল'ৰাটিৰ প্ৰাণ দান দিয়ক।" বুদ্ধদেৱে ক'লে, মোৰ হাতত হওঁতে বৰ ভাল ঔষধ আছে কিন্তু এটি মাত্ৰ বস্তুৰ অভাৱ। সেই বস্তুটি পালেই ঔষধ দিব পাৰিম।" কৃষ্ণাই সুধিলে, "সেইটোনো কি বস্তু প্ৰভু? মই এতিয়াই আনি দিম কওক।" বুদ্ধদেৱে ক'লে, "মোক এমুঠি সৰিয়হ যদি আনি দিব পাৰা তেন্তে কোনো কথা নাই ল'ৰা জীব! কিন্তু এটি কথা সেই সৰিয়হ এনে ঘৰৰপৰা আনিবা যাৰ ঘৰত কেতিয়াও মানুহ মৰা নাই।"

বুদ্ধদেৱৰ কথামতে কৃষ্ণা নিজে সৰিয়হ বিচাৰি গাৱঁলৈ

ওলাল। আহা! পুতেকলৈ মাকৰ ইমান স্নেহ নিজৰ মান অপমানলৈ হুঁচ নাই। যা হওক তেওঁ ঢুকি পোৱালৈকে গাওঁ ভুঁই বিচাৰি কতো মানুহ নমৰা ঘৰ নেপাই বিমৰিষ মনে ঘূৰি আহিল। ওচৰ পাওঁতেই বুদ্ধদেৱে সুধিলে, "পালানে কোনো মানুহ নমৰা ঘৰৰ সৰিয়হ?" কৃষ্ণাই ক'লে, "অত বিচাৰি এনে এঘৰ মানুহ নেপালোঁ। যাৰ এজন নহয় এজন মানুহ মৰা নাই।" তেতিয়া বুদ্ধদেৱে ক'লে, "তেন্তে কালে অকল তোমাৰ ল'ৰাটিকে মাৰি এৰা নাই? সংসাৰত সকলো মৰে, সকলো শোকত ব্যাকুল হয়। যদি শোক তাপ মৰণৰ হাত সাৰিব খোজা তেন্তে সত্য বস্তু বিচাৰ কৰা। মিছাত ধৰি নেথাকিবা।" সেই দিনাৰ পৰা কৃষ্ণা বুদ্ধদেৱৰ শৰণে পশিল।

এদিন বুদ্ধদেৱৰ আৰু এটা ঘটনা হৈছিল কওঁ শুনা। এদিন তেওঁ হাতত কমণ্ডলু লৈ ভিক্ষা কৰি ফুৰি ফুৰি সদাগৰ এঘৰত সোমাল। ভিক্ষা খুজিলত সদাগৰে ক'লে, "ইমান জন শকত-আৱত মানুহ কাম বন কৰি বা নেখায় কিয়? খুজিলে কোনে খাবলৈ দিব। ইমান দুখ কষ্ট কৰি, ৰদত শুকাই বৰষুণত তিতি আজিম আৰু ইবিলাকে এনেই খুজিয়েই বহি খাব। তোমাৰ দৰে নিপোতল মানুহ যদি বহি খায় তেন্তে-দুৰ্ব্বল বিলাকে কৰিব কি? মই মাটি দিওঁ তুমি হাল কোৰ ধৰি শইচ উৎপন কৰি খোৱা।"

সদাগৰৰ কথা শুনি বুদ্ধদেৱে মাত লগালে, "আপোনাৰ কথা সঁচা। আমিও এলাহক ঠাই নিদিওঁ। আমাৰো খেতিবাতি

আছে। কিন্তু আহিলাপাতিবিলাক হে অলপ লৰ। আমি মানুহৰ হিয়াহে হাল বাই সাকৰা কৰোঁ। হিয়া হ'ল মাটি, জ্ঞান নাঙ্গল, বিনয় ফাল আৰু উৎসাহ গৰু। ইয়াৰে হিয়াখন সাজু হলে তাত বিশ্বাসকঠিয়া পাৰোঁ। তাৰপৰাই 'নিৰ্ব্বাণ' ফল উৎপন হয়। মই আনন্দৰে তাকেই খাওঁ।

বুদ্ধদেৱৰ এনে কথা শুনিটো সদাগৰ অবাক্। তেতিয়াই তেওঁৰ চৰণত পৰি টান কথা কোৱাঁ বাবে ক্ষমা বিচাৰিলে আৰু বুদ্ধদেৱৰপৰা দীক্ষা ললে।

ইয়াত থাকোঁতে থাকোঁতে বুদ্ধদেৱে শুনিলে যে কপিলবাস্তুত পিতাকৰ টান নৰীয়া হৈছে। শুনিয়েই বুঢ়া কালত অলপ সেৱাশুশ্ৰূষা কৰিবলৈ তেওঁ তেতিয়াই দেশলৈ ঘূৰি আহিল। ৰজাই মৰণ কালত অতি চেনেহৰ গোতমক দেখি সুখী হ'ল। তেওঁৰ বেমাৰ কিন্তু ক্ৰমে টান হৈ আহিল। অলপ দিনৰ পিছতে তেওঁ দেহা এৰি স্বৰ্গলৈ গুচি গ'ল।

বুদ্ধদেৱে পিতাকৰ দহনদাহন কৰিলে। বংশত আৰু কোনো ৰজা হবলৈ নেথাকিল। আন বংশ ৰাজপাটত বহিলহি। বুদ্ধই সন্ন্যাসিনী সকলৰ ভিতৰত গোপাক ডাঙৰ পাতি ৰাজপুৰাত থৈ তেওঁ আকৌ ধৰ্ম্মপ্ৰচাৰ কৰিবলৈ তাৰপৰা গুচি গ'ল।

যি ঘৰ-সংসাৰ এৰি বুদ্ধদেৱৰ দৰে সন্ন্যাসি হৈ বৌদ্ধধৰ্ম্ম লইছিল তেওঁবিলাকৰ নাম হ'ল "ভিক্ষু"। আন সন্ন্যাসীৰ দৰে ভিক্ষু সকলে মূৰত জটা নেৰাখে বৰঞ্চ চুলি খুৰাই হে পেলায়। এই "ভিক্ষু" সকলে ধৰ্ম্ম-প্ৰচাৰ কৰোঁতে বুদ্ধদেৱক বহুত সহায় কৰিছিল।

বুদ্ধদেৱ ৪৫ বছৰ ভাৰতবৰ্ষৰ নানা ঠাইত ঘূৰি নিজৰ ধৰ্ম্ম প্ৰচাৰ কৰি ফুৰিছিল। তেওঁৰ উপদেশবিলাক এনে সাৰুৱা আছিল যে পাহৰিব খুজিলেও তেতে কৰা টান— মনত বৈ যায়। যলৈকে তেওঁ যায়, তাৰ মানুহেই তেওঁৰ ধৰ্ম্ম আগ্ৰহেৰে লয়।

তেওঁ প্ৰচাৰ কৰিছিল যে মানুহে যেনে কাম কৰে তেনে ফল পায়। ভাল কাম কৰিলে ভাল আৰু বেয়া কাম কৰিলে বেয়া ফল পাবই। জীৱক হিংসা কৰিব নেপায়, পূজা কৰি বলি কাটিলে পাপ আঁতৰ নহয়। সকলোকে নিজৰ দৰে দেখিব লাগে। অনুস্মবোধ হলেই পাপ ক্ষয় হয়। মানুহ মৰাৰ পিছত আকৌ ওপজে। ভাল কাম কৰিলে মানুহ হৈয়ে ওপজে, বেয়া কাম কৰিলে পশু জনম পায়। জনমে জনমে যেতিয়া বেয়াতকৈ ভাল কামৰ সমষ্টি বাঢ়ে তেতিয়াহে মানুহে নিৰ্ব্বাণ” লাভ কৰিব পাৰে।



## ১০। দেহত্যাগ বা নির্ব্বাণপ্রাপ্তি।

খোজ কাঢ়ি কাঢ়ি দেশে দেশে ধৰ্ম্মপ্ৰচাৰ কৰি ফুৰি বুদ্ধদেৱৰ শৰীৰ নিতান্ত দুৰ্ব্বল হৈ পৰিল। তেওঁ বুজিলে যে তেওঁৰ আৰু সৰহ দিন নাই। অতি কষ্টেৰে তেওঁ বৈশালীৰ পৰা কুশী নগৰলৈ যাত্ৰা কৰিলে, বাটতে চন্দ নামে এজন নীহ কুলীয়া মানুহৰ ঘৰত থাকিব লগাত পৰিল। চন্দই ভক্তিভাবে বৰাৰ মঙহ ৰান্ধি আৰু পিঠা পায়স কৰি তেওঁক খাবলৈ দিলে। বুদ্ধদেৱে যদিও জীৱনত কেতিয়াও মাংস খোৱা নাছিল তথাপি তেওঁৰ নিয়ম ;—ভক্তিৰে যেয়ে যিহকে দিয়ে তাকে খায়। মাংস নেখালে চন্দই মনত বেজাৰ পাব ভাবি তেওঁ সেই বৰাৰ মঙহ খালে। মঙহ তামসিক আহাৰ বুদ্ধদেৱৰ সাত্বিক ভাবৰ শৰীৰত সি নসলে। তেওঁৰ গ্ৰহণী হ'ল। তেওঁ অতি কষ্টেৰে কুশী নগৰ পালে আৰু তাৰে শাল বন এডৰাত আসন পাতিলে গৈ।

বুদ্ধদেৱৰ শিষ্যসকলে বেমাৰ চোৱাত যিমান পাৰে চেষ্টাৰ ত্ৰুটি কৰা নাই। দিনে ৰাতিয়ে তেওঁৰ সেবাশুশ্ৰূষা কৰিবলৈ ধৰিলে। ৰোগ কিন্তু নকমিল। ক্ৰমে অৱস্থা বেয়া হৈ হে আহিল। বুদ্ধদেৱে এদিন শিষ্য সকলক ওচৰলৈ মাতি আনি বাছি বাছি গোটাদিয়েক উপদেশ দি ক'লে, "খঙক খঙেৰে বা ঘিণক ঘিণেৰে জয় কৰিব নোৱাৰি, ক্ষমাৰেহে জয় কৰিব পাৰি। মিছাক সঁচাৰে, আৰু অসতক সজ ভাবেৰে জয় কৰিবা। আকৌ চোৱাঁ, পানী পৰি ঠাই বোকা হয় সেই বোকা যেনেকৈ পানীৰেহে ধুই পেলাব পাৰি সেইদৰে মনে কেতিয়াবা বেয়া ভাব ভাবিলেও সেই মনৰেই ভাল ভাব আনি বেয়া ভাব আঁতৰ কৰিব লাগে।"

তাৰ পিছত আনন্দ নামে প্ৰধান শিষ্যজনক ক'লে, "মই মৰি যোৱাৰ পিছত মোৰ শৰীৰটো পুৰি পেলাবা—*

ভস্মবিলাক মুকলি ঠাইত পুতি তাৰ ওপৰত দৌল বান্ধি থবা।"

এই কথা কোৱাৰ পিছত তেওঁৰ শৰীৰ ক্ৰমে অৱশ হৈ আহিল আৰু যোগৰ বলত অতি সুখে দেহত্যাগ কৰিলে। তেওঁ আশী বছৰ বয়সত সংসাৰ এৰি গ'ল। তেওঁ ৫৫৭ খৃঃ পূঃ উপজিছিল আৰু ৪৭৭ খৃঃ পূঃ দেহ এৰিলে। শিষ্যসকল শোকত বিযাকুল হৈ কন্দিব লৈ ধৰিলে।

মৰিবৰ দিনাই তেওঁৰ শৰীৰ পুৰি পেলোৱা নাছিল। তেওঁক শেষ এবাৰ চাবৰ মন নকৰে কোনে? তেওঁৰ মৃত্যু সংবাদ পাই নানাদেশৰ পৰা তেওঁৰ শিষ্যবিলাক আহিবলৈ ধৰিলে। সাত দিনৰ দিনা তেওঁক ফুলৰ মালাৰে ঢাকি চন্দন কাঠৰ চিতা সাজি তাৰ ওপৰত তুলি দিলে। শিষ্যসকলে তেওঁৰ শ্ৰীচৰণ বন্দনা কৰি তিনি বাৰ প্ৰদক্ষিণ কৰাৰ পাছত চিতাত জুই লগাই দিলে। জুই লগাই দিলে সঁচা কিন্তু জুই নেলাগেহে নেলাগে। জুই নেলাগিবৰ এটা কাৰণ আছিল। মহাকাশ্যপ নামে বুদ্ধদেৱৰ এজন বৰ মৰমৰ শিষ্য আছিল। তেওঁ তেতিয়াও আহি পোৱাহি নাই। যেই তেওঁ আহি চিতাৰ ওচৰ পাই বুদ্ধদেৱৰ শ্ৰীচৰণ পূজা কৰি সেৱা কৰিলে দপ্ দপ্ কৰে চিতাত জুই আপুনি লাগি উঠিল।

---

* এই আষাৰ কথা কোৱাৰ মানে এই যে সন্ন্যাসী সকলক পুতি থবৰ হে নিয়ম পুৰিবৰ নহয। বুদ্ধদেৱে সেই কাৰণেই পুৰিবলৈ হুকুম দিব লগীয়া হৈছিল।

চাওঁতে চাওঁতে বুদ্ধদেৱৰ শৰীৰ পুৰি ছাই হৈ গ'ল, থাকিল বাকি মুঠেই কেডোখৰ মান অস্থি আৰু ভস্মবিলাক। সেই ভস্ম আঠোটা সোণৰ সঁফুৰাত ভৰাই ৰাজগৃহ, বৈশালী, কপিলবাস্তু, কুশীনগৰ, আলকাসুৰ, ৰামগ্ৰাম, পাওৱা, উথদ্বীপ, এই আঠখন নগৰলৈ আনি মাটিত পুতি তাৰ ওপৰত মঠ তৈয়াৰ কৰি দিলে। ইয়াৰ পিছত ক্ষেম নামে এজন শিষ্যই বুদ্ধদেৱৰ এটি দাঁত পায়। বহুঠাই ঘুৰাই এতিয়া সেই দাঁতটি সিংহল দ্বীপত থোৱা হৈছে। তাৰ ওপৰত যিটো মন্দিৰ আছে তাক চাবলৈ এতিয়াও বহুত ঠাইৰ পৰা মানুহ যায় এনে চাবলগীয়া সেই মন্দিৰটো।

বুদ্ধদেৱ ৰাজকুলত জন্মিছিল সঁচা কিন্তু এটা কথা মন কৰিছানেইক —তেওঁ উপজিল গছৰ তলত, গছৰ তলতে বহি তপস্যা কৰিলে আৰু তাতে দিব্য জ্ঞান লভিলে, আৰু দেহাও এৰিলে গছৰ তলতে। হায়! হায়! এনে জন পুৰুষ-সিংহ আৰু ক'ত হব। তেওঁক মানুহে শাক্যমুনি বুলিব পায়। দেখিছানে তেওঁৰ একোলৈকে কেৰেপ নাই ধন, জন, মান, সম্পদ্ তেওঁক একো নেলাগে। বিচাৰিছিল সঁচা বস্তু আৰু কৈছিল "মানুহৰ জীৱন আৰু শক্তি ক্ষন্তেকীয়া। আঁহাহঁক আমি সেই শক্তি আৰু আয়ুষ বঢ়াই অমৰ হওঁ।"

সঁচাকৈয়ে বুদ্ধদেৱ অমৰ নহয় জানো। তেওঁ কপিলবাস্তুৰ ৰজা নহ'ল - হোৱা হলেও তেওঁক মানুহে কেতিয়াবাই পাহৰিলে-হেঁতেন। তেওঁ মানুহৰ হিয়াত ৰাজ্য পাতিলে আৰু সেই ৰাজ্যত উঠি ৰজা বহিৰজা হ'ল তেওঁ। চন্দ্ৰ দিবাকৰ আকাশত থাকে

মানে এই ৰাজ্য থাকিব। এতিয়াও পৃথিবীৰ তিনি ভাগৰ এভাগ মানুহ বৌদ্ধধৰ্ম্মী। আজিও তেওঁক লাখ্ লাখ্ মানুহে সদায় পূজা কৰিব লাগিছে।

দেহত্যাগ কৰাৰ পিছৰ পৰাহে তেওঁৰ ধৰ্ম্ম দেশ-দেশান্তৰত বেছিকৈ বিয়পিবলৈ ধৰিলে। গোটেই ভাৰতবৰ্ষ বৌদ্ধ হ'ল। তীব্বত, চীন, জাপান, ব্ৰহ্মদেশ, তাতাৰ, মলয় উপদ্বীপ প্ৰভৃতি দেশত বৌদ্ধধৰ্ম্মৰ শিক্ষা সোমাল গৈ। সেই শিক্ষা অতি সুৰলা আছিল কাৰণে তাৰ মানুহবিলাকে আগৰ ধৰ্ম্ম এৰি বৌদ্ধধৰ্ম্ম ললে। আমি সদায় বেয়াটো এৰি ভালটো লওঁ।

আজি কালি হওঁতে ভাৰতত বৌদ্ধধৰ্ম্ম নাই বুলিলেই হয। কৰবাত কৌটিয়েকৰ ভিতৰত দুই এজন মাথোন আছে। তথাপি তেওঁৰ মহিমা হিন্দুৱে পাহৰা নাই। বৈষ্ণব সকলে তেওঁৰ উকদেশৰ সাৰখিনি বাছি ললে। বুদ্ধক হিন্দুৱে অৱতাৰ মানি আজিও সেৱা-পূজা কৰে। আঁহাহঁক আমিও ভক্তিৰে সেৱা কৰি তেওঁৰ গুণ কীৰ্ত্তন কৰি গাওঁ ঃ—

মৎস্য, কূৰ্ম্ম, নৰসিংহ, বামন, পৰশুৰাম,<br>
হলিৰাম, বৰাহ শ্ৰীৰাম,<br>
বুদ্ধ, কল্কি নামে দশ অৱতাৰ ধৰা প্ৰভু<br>
তযু পাৱে কৰোহোঁ প্ৰণাম।

ঃ শিবমস্তু ঃ